# শঙ্কৰদেৱ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

তৃতীয় সংস্কৰণ

বেচ ১।০ মাথোঁ

পৰম পূজনীয় পিতৃদেৱতা

৺দীননাথ বেজবৰুৱাৰ

পবিত্র স্মৃতিৰ উদ্দেশে, পুত্ত্ৰৰপৰা পিতৃযে পাবলগীয়া

সকলো শ্রদ্ধা, সকলো ভক্তিৰে সৈতে

"শঙ্কৰদেৱ"

অর্পণ কৰিলোঁ।

শ্রীলক্ষ্মীনাথ।

# পাতনি।

—:০:—

এই পুথিত আমি মহাপুরুষ শঙ্কৰদেৱৰ জীবন-চৰিত্র বহলকৈ লেখিবলৈ যোৱা নাই। শঙ্কৰদেৱৰ জীবন-চৰিত্র পুথি কেইবা-খনো আছে, সেইবোৰৰ দ্বাৰাই সেই কাৰ্য্য সাধিত হৈছে। আমাৰ যাই অভিপ্ৰায়,—শঙ্কৰদেৱৰ জীৱনৰ কিছুমান কথা আলচ কৰি মুকলি কৰিবৰ চেষ্টা কৰা; আৰু তেওঁৰ অমূল্য গ্ৰন্থবোৰত থকা ৰচনাৰ সৌন্দৰ্য্য, ওখ জ্ঞানোপদেশ আৰু শিক্ষা আদিলৈ আঙ্গুলিয়াই দি, পাৰিলে সেইবোৰলৈ লোকৰ মনযোগ আকৰ্ষণ কৰা। অৱশ্যে আমি শঙ্কৰদেৱবিৰচিত এটাইবোৰ পুথিৰ আলচ এই গ্ৰন্থত কৰিব পৰা নাই; কাৰণ একেকুৱা সৰু গ্ৰন্থ এখনত সেই কাম কৰিবলৈ গলে ঠিক ভুৰুকাত হাতী ভৰাবলৈ যোৱা যেন হয়।

এই পুথিত দিয়া দুটা এটা কথাত আমি আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত কনকলাল বৰুৱাৰপৰা সহায় পোৱা বাবে তেওঁৰ ওচৰত আমাৰ কৃতজ্ঞতা জনালোঁ।

"হাওড়া লবেলচ্।"
শাওণ। ১৮৩৩ শক। ১৯১১ খৃষ্টাব্দ। } গ্ৰন্থকাৰ।

# শ্ৰীশ্ৰীশঙ্কৰ দেৱ

কোন দূৰ অতীতৰ ধ্যানমগ্ন যোগী তুমি
তব পুণ্য কিৰণেৰে কৰিলা পৱিত্ৰ ভূমি ?
নীৰৱে বজাই বীণ কোন কবি কাননত
স্বৰ্গৰ বাতৰি আনি দিলা সেই মৰতত ?
মধুৰ ঝঙ্কাৰ তাৰ গভীৰ উদাৰ সুৰে
আজিও উঠিছে বাজি অসমৰ ঘৰে ঘৰে ।
যি বীণাৰ সুৰেৰেই প্ৰেমমন্দাকিনী ধাৰা
অসীম সাধনা বলে নমালা স্বৰ্গৰ পৰা ।
বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম্ম দিলা জ্ঞান
দিলা ভাষা অসমক কৰিলা জীৱন দান ।
তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ,—
গোটেই অসম* তুমি বিস্তৃত জীৱনী যাৰ ।
অসমৰ ৰীতি নীতি অসমৰ সদাচাৰ
অসমৰ ধৰ্ম্মভাব অসমৰ ব্যৱহাৰ—
সকলোকে তুমি দেৱ সজালা নতুন সাজে
তোমাৰ গৰিমা গীতি হৃদয়ে হৃদয়ে বাজে ।
তোমাৰ মাধৱ ধ্বনি গাঁৱে গাঁৱে নবাহত
উঠিছে আকাশ ভেদি কীৰ্ত্তনৰ প্ৰণৱত ।

“শংকৰ আমাৰ গুৰু” উলাহতে গাই গান
দিয়ে আছি বিহুৱানে নৱ ৰৰষৰ জান।
তোমাৰ গীতকে শুনো। হাবি বন পথাৰত
মানুহৰ মুখে মুখে সকলোৰে অন্তৰত।
কুলু কুলু কুলু সুৰে কাষৰ তটিনী খনি
জগতত প্ৰচাৰিছে তোমাৰ মহিমা বাণী
তাৰ প্ৰতিধ্বনি উঠি পৰ্ব্বতে কন্দৰে গই
ৰতাহে সাবটি তাকে ৰাখে চিৰকালই।
বেদ উপনিষদৰ বাছি বাছি ফুল তুলি
কত যতনেৰে দেৱ গাথিলা ই মালা খানি।
ক্ষুদ্ৰ স্বাৰ্থ ভিন্ ভাব আঁতৰাই সকলৰ
পিন্ধালা ধৰ্ম্মৰ মালা সকলোকে আদৰৰ।
জগত মুকলি হল, হৃদয় মুকলি পাই
তোমাৰ নিচান লই উলাহতে আগুৱাই।
হেলাৰঙে সমাপিলে যত কাম জীৱনৰ
লভিলে অনন্ত সুখ চিৰ শান্তি কি সুন্দৰ।
জ্ঞানী ভক্ত কৰ্ম্মবীৰ অসমৰ ৰত্ন তুমি
অশেষ ৰগুনে দেৱ সজালা জনম ভূমি।

তোমাৰ সাজকে পিন্ধি [illegible]
নিজকে চিনাকী দিয়ে [illegible] জগতত

তোমায় [illegible] আজি হই [illegible]
উন্নতি [illegible]

আকাশী নিয়ৰ দৰে তোমাৰ আশীষ বাণী
মৰুময় সংসাৰত বিতৰক শান্তি পানী।
তোমাৰ করুণাকণা পৰে যেন জীৱনত
ভক্তিৰ আঁজলি দিওঁ সাদৰেৰে চৰণত
নাই মোৰ সাতশৰি গজ মুকুতাৰ হাৰ
নাই মোৰ চিক্ মিক্ হীৰা বছা অলঙ্কাৰ।
ভগা বীণা থনি মোৰ নোৱাৰোঁ তুলিব তান
নোৱাৰোঁ মধুৰ সুৰে ৰচিব নতুন গান।
কিহেৰে পূজিম দেৱ আজি এই শুভ দিনে?
ভাবতে বিমোৰ হই নিৰাশ আকুল মনে—
আনিলোঁ বনৰ ফুল বনে বনে ফুৰি ফুৰি
কপাহী সূতাৰে দেৱ গাথিলোঁ ই মালা ধাৰি
চকুলো সমল মোৰ ক্ষুদ্ৰ এই অভাগাৰ
লোঁৱা দেৱ লোঁৱা আজি হৃদয়ৰ উপহাৰ।

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।



# প্ৰথম অধ্যা।

—:o:—

শঙ্কৰদেৱ আসামত বিখ্যাত বাৰভূঞাসকলৰ ভিতৰৰ শিৰোমণি ভূঞা চণ্ডীবৰৰ নাতিৰ নাতি আছিল। আসামত বাৰভূঞাঁসকলৰ উৎপত্তিৰ বিষয়ে কেইবাটাও মত আছে। আহোমবিলাক আসামত সোমোৱা কালত ভূঞাসকলে ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ ফালে আৰু ছুটীয়া ৰাজাৰ পূৰত ৰাজত্ব কৰিছিল। এটা মত এই,—আৰিমত্ত ৰজাৰ পিছত তেওঁৰ মন্ত্ৰী সমুদ্ৰই আৰিমত্তৰ পুতেক ৰত্নসিংহক ৰাজ্যৰপৰা খেদি দি নিজে ৰাজপাটত উঠিছিল। আৰিমত্ত সূৰ্য্যবংশী ক্ষত্ৰিয় ধৰ্ম্মপালে সংস্থাপন কৰা ৰাজ্যৰ শেহ ৰজা ৰামচন্দ্ৰৰ ৰাণীৰ গৰ্ভত হোৱা সন্তান। এই আৰিমত্তই বাপেক ৰামচন্দ্ৰক নাজানি বধ কৰিছিল। আৰিমত্তৰ ৰাজধানী কামৰূপৰ বেত্‌নাৰ ওচৰৰ বৈদ্যৰ গৰত আছিল। কমতাপুৰৰ ৰজাৰ বংশৰ ফেঙ্গুৱা নামে ৰজা এজনে আৰিমত্তক আক্ৰমণ কৰি হাৰি প্ৰাণ হেৰুৱায়। আৰিমত্তৰ পুতেক ৰত্নসিংহকে তেওঁৰ বাপেকৰ কালৰ মন্ত্ৰী সমুদ্ৰই খেদাই দি নিজে ৰজা হয়। সমুদ্ৰৰ পিছত সমুদ্ৰৰ পুতেক মনোহৰ ৰজা হয়। এনে প্ৰবাদ আছে যে, মনোহৰৰ জীয়েক লক্ষ্মীৰ গৰ্ভত সূৰ্য্যদেৱৰ ঔৰসত দুটি লৰাৰ জনম হয়, এটিৰ নাম সান্তনু, আনটিৰ নাম সামন্ত। সান্তনু বৈষ্ণৱ আৰু সামন্ত শাক্ত হল। সান্তনুৱে বেলেগ হৈ

সপৰিবাৰে গৈ নগাৱঁৰ ৰামপুৰ বোলা ঠাইত বসতি কৰিলে; আৰু সামন্ত লক্ষ্মীপুৰতে (আজি কালি যাক লখীমপুৰ বোলে) থাকিল। সামন্তৰ পিছত তেওঁৰ পুত্ৰসকলে তাতে ৰাজত্ব কৰি আছিল, আৰু মধ্য-আসামত ৰাজত্ব কৰি থকা কছাৰী ৰজাই আৰু সদিয়াৰ ছুটীয়া ৰজাই তেওঁলোকৰ স্বাধীনতাত হাত দিব নোৱাৰিছিল। কিন্তু পিছত আহোম ৰজাৰ হাতত তেওঁলোক হাৰি ৰাজ্য হেকৰায়। ৰাজধৰ নামে সান্তনুৰ সন্তান এজনে নগাৱঁৰ বৰদোৱাত বসতি কৰে। এই ৰাজধৰেই আমাৰ শঙ্কৰদেৱেৰ পিতৃ-কুসুমবৰৰ ককাক।

গুৰুচৰিত্ৰ পুথিত শঙ্কৰ বংশীয় ভূঞাঁসকলৰ বিষয়ে যি আছে তাকে ঠিক বুলি ধৰিব পাৰি। যথা; দুৰ্লভনাৰায়ণ নামে কমতাপুৰৰ ৰজা এজনেৰে সৈতে ধৰ্ম্মনাৰায়ণ নামে গৌৰৰ ৰজা এজনৰ ৰণ লাগে। উভয়ে বল-বীৰ্য্যত সমকক্ষ হোৱাত কোনোৱে কাকো বলে নোৱাৰি শেহত মিত্ৰতা কৰে। তাৰ পিছত কমতাপুৰৰ ৰজাই গৌৰৰ ৰজাক কলে "মোৰ দেশত উচ্চজাতীয় লোক নাই। মোক কেইজনমান উত্তম ব্ৰাহ্মণ আৰু কায়স্থ লোক দিলে ভাল হয়।" গৌৰেশ্বৰে সেই কথাত সম্মত প্ৰকাশ কৰি কনৌজৰপৰা অনাই কৃষ্ণ পণ্ডিত প্ৰমুখ্যে সাত ঘৰ ব্ৰাহ্মণ আৰু চণ্ডীবৰ প্ৰমুখ্যে সাত ঘৰ কায়স্থ কমতেশ্বৰক দিলে। ব্ৰাহ্মণ কেইজনৰ নাম,—কৃষ্ণ পণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, বৰণ, ধৰম, মথুৰা। কায়স্থ কেইজনৰ নাম,—চণ্ডীবৰ, শ্ৰীধৰ, হৰি, শ্ৰীহৰি, শ্ৰীপতি, চিদানন্দ, সদানন্দ। কমতেশ্বৰে এই চৌদ্দ ঘৰ ব্ৰাহ্মণ কায়স্থ, অনাই, প্ৰথমতে তেওঁলোকক লেঙামাগুৰি নামে ঠাইত থাকিবলৈ দিছিল। চণ্ডীবৰ

তাতে কিছুদিন থাকি পলাই গলত, গৌৰেশ্বৰে জানিব পাৰি তেওঁক ধৰাই বন্দী কৰি আকৌ কমতেশ্বৰৰ ওচৰলৈ পঠিয়াই দিলে, আৰু কমতেশ্বৰে চণ্ডীবৰক সেই দোষত পোতাশালত বন্দী কৰি থৈ দিলে। কিছু কালৰ মূৰত কমতেশ্বৰৰ নগৰলৈ এজন পণ্ডিত বাদ কৰিবলৈ আহিলত, সেই পণ্ডিতেৰে সৈতে সমানে বাদ কৰিব পৰা কোনো পণ্ডিত ৰজাৰ ৰাজ্যত নথকাত, ৰজাই চণ্ডীবৰক বন্দীশালৰপৰা মোকোলাই আনি পণ্ডিতেৰ সৈতে বাদ কৰিবলৈ দিলত, চণ্ডীবৰে বাদত পণ্ডিতক হৰুৱালে। এই কাৰ্য্যত ৰজাই বৰ সন্তুষ্ট হৈ চণ্ডীবৰক আদৰ সম্মান কৰি তেওঁৰ চণ্ডীবৰ নাম সলাই দেবীদাস নাম আৰু ধন-বস্তু মাটি-বাৰী দি শিৰোমণি ভূঞা পাতি ৰাখিলে। তেওঁ লেঙামাগুৰিত কিছুদিন থাকি তাৰপৰা উজাই আহি টেম্বুৱানি বৰদোৱাত ঘৰবাৰী পাতি বলগৈ। * দ্বিতীয়ভাগ "জোনাকীত" (শক ১৮১১-১২) শঙ্কৰদেৱৰ প্ৰবন্ধত এই বৃত্তান্ত এইদৰে লেখিছে :-

* "চণ্ডাদেৱ নামে একজন আছিলন্ত। চণ্ডিবৰ নামে তান তনয় ভৈলন্ত ॥
চণ্ডিবৰে ৰাজ সেৱা বিস্তৰ কৰিল। দুৰ্লভনাৰায়ণে দেবিদাস নাম দিল॥
দেবিদাসে বসাইলন্ত টেম্বুৱানি বন্ধে। বৰদোৱা নামে গ্ৰাম পৰম প্ৰবন্ধে॥
কৰা সেৱা দুৰ্লভনাৰায়ণ নৃপতিৰ। দাতা ভোক্তা জ্ঞাতা বীৰ গহীন গম্ভীৰ॥
হেনয় পণ্ডিত দেবীদাস আছিলন্ত। ৰাজধৰ নাম তান তনয় ভৈলন্ত।
দানী মানী গুণবন্ত শান্ত শুভময়। ভৈল তিনিজন জানা তাহান তনয়।
সূৰ্য্যবৰ জয়ন্ত মাধবদৈ নাম। তিনিয়ো পণ্ডিত গুণৱন্ত অনুপাম।
সূৰ্য্যবৰ পুত্ৰ ভৈল কুসুম নামত।— সেহি বেলা কুসুমৰ পুত্ৰ উপজিল।—
শঙ্কৰৰ ৰবন্ত পুত্ৰক লভিলন্ত। এতেকে শঙ্কৰৰ নামক থৈলন্ত।"—

দৈত্যাৰি

"ভৰতবৰ্ষত মুচলমান জাতিৰ অধিকাৰ হ'লত যেতিয়া ১৩ শতাব্দীত তেওঁলোকে এহাতে শাণিত তৰোৱাল আন হাতে ইছ্‌লাম ধৰ্ম্মৰ মূল কোৰাণ পুথি লৈ অধিকৃত প্ৰদেশৰ মানুহ বিলাকক সেই বস্তু দুটি যাচি ফুৰে, সেই সময়ত কান্যকুব্জ নগৰৰ অনেক ধৰ্ম্মপৰায়ণ হিন্দুৱে ধৰ্ম্ম আৰু প্ৰাণ লোপৰ ভয়ত দেশ এৰি পৰ্ব্বতে হাবিয়ে অশেষ দুখ সহি লুকাই ফুৰিছিল। এই লোক সকলৰ মাজত শঙ্কৰদেৱৰ উপৰি বংশধৰ লণ্ডাদেৱ গিৰি আৰু তেঁওৰ পুতেক চণ্ডীবৰ গিৰি আছিল। এওঁলোক দুজন মুচলমানৰ উপদ্ৰৱত বহুদিন পৰ্ব্বতে হাবিয়ে লুকাই ফুৰি অৱশেষত কান্যকুব্জ নগৰলৈ যোৱা নিৰাপদ নহয় জানি বঙ্গদেশৰ উত্তৰ অঞ্চলৰ গৌড় নামে এক নগৰত আহি বাস কৰে। এই সময়ত এই গৌড় নগৰত ৰজা ধৰ্ম্মনাৰায়ণ আছিল। লণ্ডাদেৱ আৰু চণ্ডীবৰ বুদ্ধিমান পণ্ডিত আৰু পৰাক্ৰমী থকাত ৰজাৰ প্ৰিয়পাত্ৰ হৈ উঠে। চণ্ডীবৰ ৰজাৰ দেৱান হয়। গৌড় ৰাজ্যত এওঁলোকে সুখ, শান্তি, ধন, সম্ভ্ৰম লাভ কৰি অনেক দিন আছিল, কিন্তু অসমৰ সৌভাগ্যৰ নিমিত্তে তেওঁলোকৰ বাসস্থান গৌড় নগৰৰপৰা আঁতৰিল। গৌড় ৰাজ্যৰ লগত কমতা ৰাজ্যৰ সন্ধি থকাত দুয়ো ৰাজ্যৰ ৰজাৰ মিল আছিল। কমতাৰ ৰজা দুৰ্ল্লভনাৰায়ণে তেওঁৰ ৰাজ্য বহু দূৰলৈ ব্যাপি পৰাত তাক শাসন কৰিবলৈ ঠায়ে ঠায়ে উপযুক্ত মানুহ নথকাত আৰু ৰাজ্যত ধৰ্ম্ম-পৰায়ণ, জ্ঞানী, সমাজ চলোৱা মানুহৰ সংখ্যা নীচেই তাকৰ থকাত সাতজন ব্ৰাহ্মণ আৰু সাতজন কায়স্থ কমতাৰ ৰাজ্যলৈ পঠাবলৈ গৌড়ৰ ৰজাক অনুৰোধ কৰে। ধৰ্ম্মনাৰায়ণে মিত্ৰৰ অনুৰোধ মতে সাত ঘৰ

ব্ৰাহ্মণ আৰু সাত ঘৰ কায়স্থ কমতা ৰাজ্যলৈ পঠায়। এই কায়স্থ সাত ঘৰৰ ভিতৰত চণ্ডীৱৰো এঘৰ আছিল। এওঁলোকে কামৰূপ জিলাৰ বৰ নদীৰ ওচৰত থকা লেঙ্গামাগুড়ি নামে গাৱঁত বাস স্থাপন কৰে। তেওঁলোকৰ কুল-পুৰোহিত কৃষ্ণ পণ্ডিতো এই ঠাইতে থাকে। চণ্ডীৱৰ ইমান কাৰ্য্যক্ষম আছিল যে কমতেশ্বৰে দেৱান আৰু মন্ত্ৰণা কাৰ্য্যত মাজে-সময়ে তেওঁৰ সহায় লৈছিল। চণ্ডীৱৰে বাৰভূঞাৰ শিৰোমণি ভূঞা হৈ শাসনকাৰ্য্য অতি সুন্দৰৰূপে চলাইছিল আৰু সেই অঞ্চলত ভোট আদি পৰ্ব্বতীয়া জাতিবিলাকৰ উপদ্ৰৱ বহু পৰিমাণে দমন কৰি শান্তি স্থাপন কৰিব পাৰিছিল। দুৰ্লভনাৰায়ণে এবাৰ চণ্ডীৱৰক ধৰাই নিয়াই ৰাজধানীৰ বন্দীশালত থয়। চৰিত্ৰ লেখকসকলে চণ্ডীৱৰক বন্দীশালত থোৱাৰ কাৰণ দুটা নিৰ্দ্দেশ কৰিছে। প্ৰথম,—চণ্ডীৱৰ লেঙ্গামাগুড়িত থাকি বৰ প্ৰতাপশালী হৈ পৰিল; তেওঁ ৰজাৰ আজ্ঞাকো লঙ্ঘন কৰি নিজৰ মতে শাসন কৰিছিল, নিয়মমতে কৰ নপঠাইছিল আৰু ৰজাৰ দূতক বন্দী কৰি থৈছিল। এইবিলাক কাৰণত খঙ্গ উঠি ৰজাই ফৌজ পঠাই চণ্ডীৱৰক ধৰাই নি বন্দীশালত থোৱায়। আন কাৰণ,—যেতিয়া চণ্ডীৱৰ কমতাৰ ৰাজ্যলৈ আহে সেই সময়ত ধৰ্ম্মনাৰায়ণ ৰজাই তেওঁক এৰি নিদিছিল। চণ্ডীৱৰে প্ৰতি বছৰে এবাৰ গৌড় ৰাজ্যলৈ যাব বুলি অঙ্গীকাৰ কৰি কমতা ৰাজ্যলৈ আহে। সেই অঙ্গীকাৰ মতে চণ্ডীৱৰ গৌড় ৰাজ্যলৈ প্ৰতি বছৰে এবাৰ গৈছিল। তাতে কমতাৰ ৰজাই চণ্ডীৱৰক ঘনে ঘনে গৌড় ৰাজ্যলৈ যোৱা দেখি তেওঁৰ ৰাজ্য গৌড়ৰ ৰজাক দিয়াৰৰ চক্ৰান্ত

হব পাৰে। গৌৰেশ্বৰে কিন্তু নিজৰ প্ৰজাৰ মৰম এৰিব নোৱাৰি, কনৌজৰপৰা উটি-বুৰি অহা আলহী কেইঘৰকে দি পাল মাৰিলে আৰু মিত্ৰতা ৰক্ষা কৰিলে। কমতেশ্বৰে বৰ আনন্দেৰে এই চৌদ্দ ঘৰ মানুহক নিজ খুচি মতে মাটি-বাৰী বিচাৰি বসতি কৰিবলৈ দিয়াত তেওঁবিলাক উত্তৰ পাৰে লেঙ্গামাগুৰি নামেৰে এখন বিলৰ পাৰত মাছ-খৰিৰ সুচল চাই গাওঁ পাতি ৰহিল। ৰজাই দূত পঠিয়াই স্থানীয় মানুহৰ হতুৱাই ঘৰ-বাৰী সজাই দিয়ালে। কিন্তু তেতিয়াও তেওঁবিলাকৰ শনিৰ দশা নৌ ওকলে। অসভ্য ভোট আহি বছৰচেৰেকৰ পাচতে এই জাতীৰ মানুহ কেইঘৰক লেঙ্গামাগুৰিৰ...সোৱাদৰ পৰা বঞ্চিত কৰিলে কোৱা বাহুল্য। এই সময়তে মানুহ কেইঘৰ থানবান হল কিছুমান দক্ষিণলৈ আৰু কিছুমান পূবলৈ গল। চণ্ডীবৰকে আদি কৰি কিছুমানে দক্ষিণ পাৰে টেম্বুৱানী নামেৰে এটা জানৰ পা[illegible] ৰহিলহি। এই জানটিক আজকালি শান্তিজানবোলে; নগাঁৱৰ পৰা দহ মাইল ভটীয়াই গলেই পায়।" *

শঙ্কৰদেৱৰ আদি পুৰুষৰ নাম :-

প্ৰেম পূৰ্ণানন্দ গিৰী। তেওঁ অত্ৰি গোত্ৰ সম্ভূত

|

কৃষ্ণ গিৰী।

|

সুবৰ্ণ গিৰী।

|

---

* ২য় বছৰৰ 'আলোচনী'ত' ওলোৱা "মহাপুৰুষ শঙ্কৰদেৱৰ জীৱন-চৰিত" চক।

গন্ধৰ্ব গিৰী।
|
ৰাম গিৰী।
|
হেম গিৰী।
|
হৰিবৰ গিৰী।
|
কন্যা কৃষ্ণকান্তি।
|
লণ্ডাদেৱ বা লণ্ডীবৰ।
|
চণ্ডীবৰ।
|
ৰাজধৰ। ( ভাৰ্য্যাৰ নাম দেৱহুতী )

| | | | |
|---|---|---|---|
| সূৰ্য্যবৰ | জয়ন্তা | মাধৱ | হলায়ুধ |
| (ভাৰ্য্যা, খেৰুতী) | (ভাৰ্য্যা, খেৰুতীৰ দ্বিঃ ভগ্নী) | (ভাৰ্য্যা, খেৰুতীৰ তৃঃ ভগ্নী) | [ভাৰ্য্যা, খেৰুতীৰ চঃ ভগ্নী) |
| কুসুমবৰ | শতানন্দ | মাধৱীদলৈ | |
| [ভাৰ্য্যা, [১] সত্যসন্ধা ; [২] অমৃতি] | [ভাৰ্য্যা নাৰায়ণপ্ৰিয়া] | ৰতিকান্ত | |
| সত্যঃ — শঙ্কৰদেৱ<br>অমৃঃ—ৰনগয়াঁগিৰী | জগতানন্দ | হাতীয়া | |

জোনাকীৰ প্ৰবন্ধত এই বংশাৱলীৰ অলপ লৰচৰ আছে ; গতিকে, তাক তলত দিলোঁ ;—"সুপন্থ গিৰী, কৃষ্ণদেৱ গিৰী, ৰামদেৱ গিৰী, হেমদেৱ গিৰী, গন্ধৰ্ব্বদেৱ গিৰী, সুবৰ্ণ গিৰী হৰিবৰদেৱ গিৰী, কৃষ্ণকান্তি দেৱী, লণ্ডাদেৱ গিৰী, চণ্ডীবৰ বা দেৱীদাস, ৰাজধৰ। ৰাজধৰৰ চাৰি পুতেক :—সূৰ্য্যবৰ, জয়ন্ত, মাধৱ আৰু হলায়ুধ। সূৰ্য্যবৰৰ পুতেক কুসুম গিৰী, কুসুমৰ পুতেক শঙ্কৰ, শঙ্কৰৰ তিনটি লৰা আৰু দুজনী ছোৱালী,—বিষ্ণুপ্ৰিয়া, ৰামানন্দ, কমললোচন, হৰিচৰণ, আৰু ৰুক্মিণী। ৰামানন্দৰ পুতেক পুৰুষোত্তম। জয়ন্তৰ পুতেক শতানন্দ, তেওঁৰ পুতেক ৰামৰায় বা জগদানন্দ। মাধৱৰ পুতেক হাতীদলৈ, তেওঁৰ পুতেক ৰতিকান্ত। হলায়ুধ নিঃসন্তান।*

---

* শ্ৰীযুক্ত নকুলচন্দ্ৰ ভূঞাই "ৰাৰভূঞা" বুলি এখন কিতাপ লেখিছে। তেওঁ ১৮৪৫ শকৰ ফাগুণৰ বাহীত লেখিছে—"অসমত ৰাৰভূঞা বুলিলে যিটো জাতিক বুজায় লিখকৰ "ৰাৰভূঞাঁ ই" সেই "ৰাৰভূঁয়া"। এওঁবিলাকেই লক্ষীৰ-পুৰ, বস্তুপুৰ, কলংপুৰ, গহপুৰ, নাৰায়ণপুৰ, এই পাঁচপুৰত ৰাজত্ব কৰা ৰাৰভূঞা, এই ৰাৰভূঞাৰ পূৰ্ব্বপুৰুষ অসমৰ আদি মানুহ বা অতি আদিতে অহা যে নিশ্চয় ই ধ্ৰুৱ। আৰিমত্ত ৰজাৰ ৰাজত্বৰ পাছত আহোমৰ হাতত পৰাজিত নোহোৱালৈকে উত্তৰ পাৰে এই ৰাৰভূঞাসকলেই যাই ৰাজশক্তি আছিল। গৌৰৱপৰা কমতাপুৰৰ ৰজাই সাতঘৰ কায়স্থ আৰু সাতঘৰ ব্ৰাহ্মণ আনে। তেওঁবিলাকক কমতাপুৰৰ ৰজাই জমিদাৰি দি ভূঞা উপাধি দিয়ে। এওঁবিলাকক অসমৰ বিখ্যাত "ৰাৰভূঞাৰ" লগত ধৰিব নোৱাৰি। শ্ৰীশঙ্কৰদেৱ কমতাপুৰৰ ৰজাই পতা ভূঞাৰহে সন্ততি আছিল, ৰাজত্ব কৰা ৰাৰভূঞাৰ সন্ততি নহয়। ৰাৰভূঞাক" কোনো ৰজাই ভূঞা পতা নাই, তেওঁবিলাকে নিজ ভুজবলেৰেহে ৰাৰভূঞা বা ভূঞা নামে অভিহিত হৈছিল। "ৰাৰভূঞা" আৰু "কমতাপুৰৰ ভূঞাৰ" ভিতৰত

সত্যসন্ধা ঠাকুৰাৰ কথা পোৱা যায়। ৰামচৰণ ঠাকুৰৰ শঙ্কৰচৰিত্ৰ পুথিত লেখা আছে যে শঙ্কৰদেৱে সূৰ্য্যাৱতীক বিবাহ কৰাৰ কিছু দিনৰ পিছত কুসুম্বৰৰ মৃত্যু হয়; আৰু তাৰ কিছু দিনৰ পিছত সত্যসন্ধাৰ মৃত্যু হয়। দৈত্যাৰি ঠাকুৰ ৰচিত পুথিত আছে, যে শঙ্কৰ জন্মৰ কিছু দিনৰ পিছত কুসুম্বৰৰ পৰলোক হয়, আৰু তেওঁৰ পত্নী সত্যসন্ধা সতী যায়। শঙ্কৰক তেওঁৰ বুঢ়ীমাক খেৰ-সুতীয়ে তুলি-তালি ডাঙৰ কৰিছিল।—

"তাত পাছে যেন ভৈল তাক শুনিওক।
কতো দিনে কুসুম গৈলন্ত পৰলোক॥
দেখিলা ভাৰ্য্যায়ে তান মৰিলন্ত স্বামী।
মনত হৰিষে তেহোঁ গৈলা অনুগামী॥
কুসুমৰ মাতৃ শঙ্কৰৰ বুঢ়ী আই।
তেহেঁ তুলিলন্ত বৰ ভৈলা দুয়ো ভাই॥"

দৈত্যাৰি।

আমি কিন্তু আমাৰ পিতৃদেৱতা ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ মুখে শুনিছিলো যে শঙ্কৰৰ জন্মৰ তিন দিনৰ ভিতৰতে মাক ঢুকাল, আৰু খেৰসুতী বুঢ়ীআয়ে তেওঁক তুলিতালি ডাঙৰ-দীঘল কৰিছিল।

শঙ্কৰে লৰা কালত খুব উমলি ফুৰিছিল। দিনে ৰাতিয়ে তেওঁৰ খেমালি বিনা আন কাৰ্য্য নাছিল। ৰামৰাম গুৰুকে আদি কৰি নগৰীয়া লৰাবিলাকেৰে সৈতে তেওঁ ঘিলা খেলি, কোটৰা খেলি, গুটা খেলি, লুকাভাকু খেলি ফুৰিছিল; আৰু কালি ব্ৰহ্মপুত্ৰ নৈত নাদুৰি ফুৰিছিল; হৰিধ্বনি কৰি চাপৰি

ভেঁটি দি অধ্যাপকৰপৰা বিদায় লৈ উমলিবলৈ গৈছিল ; অধ্যাপকে সেই ৰূপ আৰু কাপোৰ থেৰশুতা বুঢ়ীআইক ওভোতাই দিলত বুঢ়ীমাকে বুজ পাই শঙ্কৰক ডাবি দিলত হে সেই দিনাৰপৰা শঙ্কৰে ভালকৈ মন দি পঢ়িবলৈ ধৰিলে। চৰিত্ৰ-পুথিত লেখা আছে যে এদিন একাদশী তিথিত সকলো ছাত্ৰে পাঠ শেষ কৰি ঘৰাঘৰি গল ; কিন্তু শঙ্কৰ পঢাশালিতে শুই থাকিল। তেওঁৰ শৰীৰত ৰদ পৰাত এটি সৰ্প হ ফণাৰে ছাঁ দি আছিল, এনেতে মহেন্দ্ৰ কন্দলি আহি দেখা পালত সাপটো গুচি গেল। সেই দিনৰপৰা কন্দলিয়ে শঙ্কৰক শঙ্কৰদেৱ বুলিবলৈ ছাত্ৰসকলক আজ্ঞা শুনাই দিলে আৰু কলে যে আজিৰপৰা শঙ্কৰে পঢাশালি মচিব নালাগে। এদিন ৰাঘৱাচাৰ্য্য পণ্ডিত পঢাশালিলৈ আহোঁতে ছাত্ৰবিলাকে তেওঁক এই বুলি গোচৰ দিলে যে সিহঁতৰ অধ্যাপক কন্দলিয়ে, শূদ্ৰৰ লৰা শঙ্কৰক শঙ্কৰদেৱ বুলি মাতিবলৈ সিহঁতক আজ্ঞা দিছে, আৰু শঙ্কৰে পঢ়াশালি মাছিব নালাগে বুলি কৈছে। আচাৰ্য্যই এই কথা শুনি কন্দলিৰ ওপৰত খং কৰিছিল! কিন্তু ৰাতি আচাৰ্য্যই তহ থাকোঁতে সমাজিকত দণ্ড পাই পিছ দিনা শঙ্কৰদেৱৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছিল বুলি চৰিত্ৰ-পুথিত আছে। চোকা বুদ্ধিৰ লৰা শঙ্কৰে অতি অলপ কালৰ ভিতৰতে বিদ্যা শিক্ষা কৰি অনেক শাস্ত্ৰ পঢ়ি বৰ পণ্ডিত হৈ পৰিছিল। অধ্যাপকে তেওঁক কোনো পাঠ এবাৰ দেখুৱাই দিলে ছুনাই আৰু তাক দেখুৱাব লগায়া নহৈছিল। বিদ্যাৰ সোৱাদ পাই শঙ্কৰে দিনে ৰাতিয়ে শাস্ত্ৰচৰ্চ্চা শাস্ত্ৰালাপৰ বাহিৰে আন কথাত কালক্ষেপ নকৰিছিল। মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰৰ বুদ্ধিৰ প্ৰখৰতা আৰু অনায়াসে শাস্ত্ৰ আয়ত্ব

কৰিব পৰা ক্ষমতা দেখি কুসুম্বৰক কৈছিল যে তেওঁৰ পুতেক "বিজয় পণ্ডিত" হব। শঙ্কৰদেৱে পঢ়া শেষ কৰি পঢ়াশালি এৰাৰ পিছত পিতৃ কুসুম্বৰে কন্দলিক মতাই আনি খুৱাই-বুৱাই দক্ষিণা দি বিদায় দিছিল। তাৰ পাছত শঙ্কৰে যোগশাস্ত্র পাই যোগাভ্যাস কৰিবলৈ ধৰি সেই বিদ্যাত পৰম নিপুণ হৈ পৰিছিল, আৰু কুম্ভক যোগ আদি কৰি প্ৰাণ, অপান আদি বায়ু বশ কৰি লোকক তেওঁৰ ক্ষমতা দেখুৱাই আচৰিত কৰিছিল। এদিন তেওঁ যোগাসনত বহি কুম্ভক যোগ অভ্যাস কৰোঁতে তেওঁৰ দেহৰ গছনাদি ছিগি গৈছিল আৰু বাঁওহাতৰ বুঢ়া আঙুলি মাটিত দি ভৰু দি থিয় হোৱাত পায় ওপৰলৈ উঠা দেখি দৰ্শক লোকসকল আচৰিত হৈছিল। দৈত্যাৰি ঠাকুৰ বিৰচিত পুথিত আছে,—

"প্ৰাণ অপান সমান উদান আদি কৰি বায়ুচয়।
বশ্য কৰিলন্ত, চলাইবে পাৰন্ত যি বায়ু যৈত লাগয়॥
বায়ুক ক্ষেপিয়া, উশাস ধৰিয়া, আসন ভিৰি হৰিষি।
থাকন্ত সদায়, সুনিশ্চল কায়, দিন দুই চাৰি বসি॥
জলে বুৰ দিয়া থাকন্ত বসিয়া জলৰ ভিতৰে যাই।
জল দূৰ কৰি, পৰ দুই চাৰি, জলে নিভিজয় কায়॥
বস্ত্ৰো নিভিজয়, শুখান থাকয়, উঠন্ত পুন্ত জল।।
বাহু প্ৰদেশত সবসে বান্ধন্ত নবীন ডোৰে পাটৰ॥
বায়ু ক্ষেপি নিয়া, বাহু ওকন্দায়া, বায়ুৰ লন্ত প্ৰমাণ।
'ৰ পাট ডোৰ ছিণ্ডি ঝটৰাই পৰে কতো ।.. গান॥
আনো আনো মত কৰন্ত সতত বায়ু সমে ক্ৰীড়া আতি।
যেগে শাস্ত্ৰ মত ধৰি যোগ যত আচৰন্ত দিনে ৰাতি॥

ধ্যান, ধাৰণা, সমাধি, আসন, প্ৰাণায়াম আদি যত।
বিষয়ত ৰতি ত্যজিয়া সম্প্ৰতি আচৰা মাত্ৰ সতত॥
শৰীৰৰ ছয় চক্ৰক ছিণ্ডন্ত মনন্ত কৰি নিয়ম।
পাছে ভাগৱত শাস্ত্ৰক পাইলন্ত সবাতো কৰি উত্তম॥
ভাগৱত তত্ত্ব জনিয়া পাছত এৰিলা যোগ অভ্যাস।"

শঙ্কৰদেৱ দেখিবলৈ সুপুৰুষ আছিল, আৰু তেওঁৰ গাৰ বৰণ কেচা-সোণৰ বৰণ যেন আছিল। দৈত্যাৰি ঠাকুৰে লেখিছে,—

"দেখিতে সুন্দৰ গৌৰবৰ্ণ কলেৱৰ।
ৰৰন্ত প্ৰকাশ অতি সূৰ্য্য সমসৰ॥
ৰূপ দেখি কন্দৰ্পৰো দৰ্প হোৱে ছন্ন।
সৰ্ব্বজন ৰঞ্জি থাকে মধৰ বচন॥
গমন গম্ভীৰ, নেত্ৰ কমলৰ পাসি।
চন্দ্ৰসম বদন প্ৰকাশে অল্প হাসি॥
সুবোধ সুথিৰ ধীৰ গম্ভীৰ সাগৰ।
প্ৰীতি বাঢ়ি যায় তান্ত সমস্ত লোকৰ॥"

মাধৱদেৱে লেখিছে,—

"দৰশিতে সুন্দৰ গৌৰ কলেৱৰ, বৈচন সুৰপৰকাশ।
সকলো সংসাদৰঞ্জন যাকেৰি দৰশনে পাপ বিনাশ॥
বিনা অঙ্গভূষণ দেখিতে সুশোভন, গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল-নয়ন বৰ সুন্দ বয়ন চান্দকহো জ্যোতি॥
লীলা গজগতি গমন বিলোকন, বাণী মেঘ-গম্ভীৰ।
পাষণ্ডমৰ্দ্দন কলিক কালে যাক সম নাহি ধীৰ॥"

শঙ্কৰদেৱ যেনে গুৱনি পুৰুষ আছিল তেওঁৰ গাত তেনে বৰ বলও আছিল। চৰিত্ৰ-পুথিত আছে, —এদিন তেওঁ কমলি-ধৰা পৰমানন্দ আতৈৰে সৈতে বাটেদি যাওঁতে এটা দুষ্ট ষাঁড়ে তেওঁক খুচিবলৈ খেদি অহা দেখি, তেওঁ ককালত কাপোৰ বান্ধি লৈ দুই হাতে ষাঁড়টোৰ দুই শিঙত ধৰি ঘাৰ মুচৰি তাক পিছ-হোঁহকাই পেলাই দিলত ষাঁড়টো মৃত্যুতুল্য হৈ অলপমান পৰি থাকি, উঠি পলাই লৰ মাৰিলে। *

* "দিনেক শঙ্কৰদেৱ কৰিয়া ভোজন।
কৰি মুখ শুদ্ধি পথে কৰন্ত গমন॥
খান চাৰি গুৱাপান বাম হাতে ধৰি।
চলন্ত পথত আতি লীলাগতি কৰি॥
সেহি বেলা বাও এক আগে উপগত।
দেখিযা শঙ্কৰেৰ গুণন্ত মনত॥
হঠাতে বাজিলোঁ পলাইবাক নপাৰিলোঁ।
দিবে দুখ ইটো মোক অৱশ্যে জানিলোঁ॥
বাৰম্বাৰ ইটো মনুষ্যক মাৰিছয়।
শিঙ পাতি শঙ্কৰক খেদিল আসয়॥
আচন্ত শঙ্কৰদেৱ বহি তাক চাই।
মনে গুণি আন একো নপান্ত উপায়॥
গুৱাপান এৰি দুই হাতে দুই শিঙে।
ধৰিয়া দিলন্ত ডাবি অতি বৰ বিঙে॥
পাছক লাগিয়া হেম্পোচিয়া তাক নেন্ত
এৰাইবোঁ কিমতে বুলি মনত গুণন্ত॥
দুই ভিতি খাল দিশ নাহি পলাইবাক।
বাম পাশে খালত পেল্লাইলা চিতে তাক।
খালে পৰি ধৰফৰ কৰে অতিশয়।
ভয় হয়া চাৰিও চৰণ আছাৰয়॥
উঠি মল মূত্ৰ ত্যজি শঙ্কৰদেৱক।
দেখিয়া পলায় আৰ নাচাৱে পাছক॥

কছাৰীয়ে শঙ্কৰক ধৰিবলৈ তেওঁৰ ঘৰ-বেৰা দিলে। দুটা শকত বগুৱা কছাৰী তেওঁৰ ঘৰৰ দুৱাৰ-মুখত থিয় হৈ তেওঁক আগচি ধৰিলে। শঙ্কৰে কথা বিসঙ্গতি দেখি ভিতৰৰ পৰা ভো-ভো-কৰে লৰি ওলাই আহি ঠেলা মাৰি কছাৰী দুটাক মাটিত পেলাই দি সিহঁতৰ গাৰ ওপৰত ভৰি দি গৰ্চকি ওলাই লৰ মাৰিলে। * ইয়াৰপৰা, শঙ্কৰৰ কেনে সুস্থ আৰু সবল মনেৰে সৈতে সুস্থ আৰু সবল শৰীৰ আছিল, সেইটো ভালকৈ বুজিব পাৰি। **"Mens sana in corpore sano"** অৰ্থাৎ একে আধাৰতে সুস্থ মন আৰু সুস্থ শৰীৰ যে মনুষ্যত্বৰ পূৰ্ণবিকাশৰ নিমিত্তে লাগতিয়াল এই লেটীন বাক্যই শঙ্কৰত সাৰ্থকতা লাভ কৰিছিল ; আৰু এই নিমিত্তে শঙ্কৰে তেওঁৰ জীৱনত ইমানবোৰ কাম কৰিব পাৰিছিল, আৰু এই নিমিত্তেই তেওঁ দীৰ্ঘজীৱন লাভ কৰিছিল।

শঙ্কৰদেৱে সূৰ্য্যাৱতী নামে এটী কায়স্থ কন্যা বিবাহ কৰি গৃহস্থী হৈ ছল। হৰিবৰ গিৰী নামে ভূঞা কায়স্থ এজন জগন্নাথ ক্ষেত্ৰলৈ তীৰ্থ কৰিবলৈ গৈছিল। এনে প্ৰবাদ আছে যে তাতে তেওঁৰ প্ৰতি জগন্নাথৰ স্বপ্নাদেশ হল, যে তেওঁৰ এজনী ছোৱালী হব যাক তেওঁ কুসুমবৰ ভূঞাৰ পুতেক শঙ্কৰলৈ বিয়া দিব

থালে থালে নহাভয়ে লৰৰি পলায়।
বঙ্গ মনে শঙ্কৰে আছন্ত তাক চাই।"—দৈত্যাৰি

* কছাৰী মুনিৰ দুই দুৱাৰত থিত। হেন দেখি শঙ্কৰে ভৈলন্ত ভয়ভীত॥
কিমতে পলাইবোঁ মনে মনে আলোচিলা। ভিতৰৰপৰা ঘৰ বেগে লৰ দিলা॥
হেম্পোচিযা চিতে পেল্লাইলন্ত দুয়োজন। গৰকিলা দুইকো দিয়া বুকুত চৰণ॥
দৈত্যাৰি।

লাগিব। এই ছোৱালীৰে নাম সূৰ্য্যাৱতী, আৰু এওঁকে মহাসমাৰোহেৰে পিছত শঙ্কৰদেৱলৈ বিবাহ কৰোৱা হৈছিল। শঙ্কৰদেৱে গৃহস্থাশ্ৰম ধৰ্ম্ম অতি সুন্দৰকৈ আচৰণ কৰি এজন আহি গৃহস্থ হৈছিল।* সূৰ্য্যাৱতীৰ গৰ্ভত শঙ্কৰৰ মনু নামে এক কন্যাৰ জন্ম হয়। সেই কন্যা তেওঁ হৰি নামে কায়স্থ এজনলৈ বিয়া দিছিল। ইয়াৰ পিছত তেওঁৰ স্ত্ৰীৰ মৃত্যু হয়। শঙ্কৰৰ বিয়াৰ পিছতে কুসুম্বৰ ঢুকায়। পিতৃ আৰু স্ত্ৰীৰ মৃত্যুৰ পিছত শঙ্কৰৰ মনত বৈৰাগ্য উপস্থিত হৈ জীয়েক জোৱাঁয়েকক ভায়েক বনগয়াঁগিৰীৰ তত্বাৱধানত থৈ পিতৃ মাতৃ আৰু স্ত্ৰীৰ অস্থিলৈ তেওঁ তীৰ্থ কৰিবলৈ গল। তীৰ্থলৈ যাওঁতে তেওঁৰ লগত ৰামৰাম গুৰু, মহেন্দ্ৰ কন্দলিকে আদি কৰি ১৭ জন লগৰীয়া যাত্ৰী গৈছিল। তীৰ্থলৈ তেওঁলোক খোজ-কাটি গৈছিল। প্ৰথমতে শঙ্কৰে গঙ্গাস্নান কৰি পিতৃ মাতৃ আৰু পত্নীৰ অস্থি গঙ্গাত লগালে; তাৰ পিছত গয়ালৈ গৈ তেওঁলোকৰ পিণ্ড দিলে। গঙ্গাত ৯ দিন, গয়াত তিনি ৰাতি থাকি তাৰপৰা দহ দিনে আকৌ গঙ্গালৈ আহি, একৈশ দিনে গৈ

* ইষ্টগণ সঙ্গে, এক কাল ৰঙ্গে, মনত মহা উৎসাহ।
ৰূপে বিলোপনী কন্যা একখানি কৰিল তেহোঁ বিবাহ॥
গৃহাশ্ৰমে থাকি ধৰ্ম্ম আচৰন্ত শাস্ত্ৰক যেন বিহিত।
স্নান তৰ্পণ সন্ধ্যা বন্দন আচৰন্ত কৰ্ম্ম নিত॥
দুখী দৰিদ্ৰক, প্ৰাৰ্থক জনক অন্ন বস্ত্ৰ দেন্ত মাতি।
ইষ্ট বান্ধৱক, জ্ঞাতি মিত্ৰক পোষন্ত পালন্ত আতি॥
দাসী দাস যত সবাকে সতত মাতন্ত মধুৰ বাণী।
হেন নাহিকয় তাহান বাক্যত দুখ পাৱে কোনো প্ৰাণী॥
আন লোক যত সবাকে বঞ্চন্ত, যাক যথোচিতভাৱে।
সদয় হৃদয় যেন জলময় কৃপালু গুণ স্বভাৱে। দৈত্যাৰি।

শ্ৰীক্ষেত্ৰ পালেগৈ। পুৰীত তেওঁ ব্ৰহ্মপুৰাণৰ আখ্যানমতে ক্ষেত্ৰৰ মাহাত্ম্য ব্যাখ্যা কৰি আৰু আন আন শাস্ত্ৰবিষয়ত নিজৰ পাণ্ডিত্য প্ৰকাশ কৰি পাণ্ডাসকলৰ শ্ৰদ্ধা ভক্তি আকৰ্ষণ কৰিছিল। শ্ৰী-ক্ষেত্ৰত শঙ্কৰদেৱ কিছুদিন থাকি তাৰপৰা বৃন্দাবনলৈ গল। বৃন্দা-বনত তেওঁৰে সৈতে ব্ৰাহ্মণসকলৰ বাদ হৈছিল। সেই বাদত শঙ্কৰে ব্ৰাহ্মণসকলক পৰাস্ত কৰি তেওঁলোকৰ সমাদৰ লাভ কৰি-ছিল। বৃন্দাবনৰপৰা শঙ্কৰ মথুৰা আৰু দ্বাৰকালৈ গৈছিল। দ্বাৰকালৈ যাওঁতে তেওঁৰ লগত ১৭ জন সঙ্গীৰ ভিতৰত দুজন মাথোন গৈছিল। তেওঁলোকৰ নাম সৰ্ব্বজয় আৰু পৰমানন্দ। তাৰপৰা তেওঁ বাৰানসী, প্ৰয়াগ. সীতাকুণ্ড, বৰাহকুণ্ড, উত্তৰ-বাহিনী গঙ্গা আদি পৰিদৰ্শন কৰি অযোধ্যালৈ গৈছিল। অযোধ্যাৰ-পৰা তেওঁ আকৌ বৃন্দাবনলৈ যায়। এইবাৰ তেওঁ বৃন্দাবনত থাকোঁতেই আসামত লেটেকুপুখুৰীত হৰশিঙ্গা বৰাৰ ঘৰত বৰকণা-গিনী বা গোবিন্দৰ এটি পুত্ৰ ওপজে যাৰ নাম মাধৱদেৱ। বৃন্দাবনৰপৰা শঙ্কৰদেৱ বদৰিকাশ্ৰমলৈ যায়। "মন মেৰি ৰাম চৰণহি লাগু" এই গীতটি শঙ্কৰদেৱে বদৰিকাশ্ৰমতে ৰচনা কৰে।

এইদৰে শঙ্কৰদেৱে নানা তীৰ্থভ্ৰমণ কৰি বাৰ বছৰৰ মূৰত নিজৰ ঘৰ আলিপুখুৰীলৈ উভতি আহে। চৰিত্ৰ-পুথিত আছে যে শঙ্কৰদেৱ ইমান দিনৰ মূৰত ঘৰলৈ উভতি অহা শুনি তেওঁৰ বুঢ়ীমাক খেৰ-সুতীয়ে তেওঁক চাবলৈ উধাতুখাই ওলাই আহোঁতে খাটৰ খুৰাত উজুটি খাই পৰি তেওঁৰ ভৰিত ঘা লাগি বৰকৈ তেজ ওলাইছিল।—

"আসিল শঙ্কৰবৰ শুনি বুঢ়ী আই।
দিলা বেগে খাটত পৰিলা জুটি খাই

লাগিয়া খাটৰ খুৰা ঘাৱ ভৈল ভৰি।
কান্দিবে লাগিলা শঙ্কৰৰ গলে ধৰি॥
এতদিন বাপু তুমি কিসক নাসিলা।
সবাকে সম্বোধি দেৱশঙ্কৰ ৰহিলা॥"

ইমান বছৰৰ মূৰত শঙ্কৰদেৱক পাই জ্ঞাতি কুটুম্ব সকলোৱে আনন্দিত হৈ তেওঁক তেওঁৰ আগৰ আপোন কাৰ্য্য ভুঞ্জাৰ বিষয় গ্ৰহণ কৰিবলৈ কলত তেওঁ উত্তৰ দিলে "মোক বিষয় নালাগে; বহু কষ্ট কৰি শাস্ত্ৰ পঢ়ি সাৰ পাইছোঁ; ঈশ্বৰৰ নাম লৈ বহি থাকিবৰ হে মোৰ ইচ্ছা।" ইয়াৰ পিছত পিতৃদেৱৰ কুসুমবৰৰ সবিয়হ তলিত কীৰ্ত্তন ঘৰ সজাই নাম-কীৰ্ত্তন কৰি সুখেৰে কাল কটাবলৈ ধৰিলে। তীৰ্থৰপৰা উভতি অহাৰ পিছত জ্ঞাতি কুটুম্বসকলৰ অনুৰোধত শঙ্কৰদেৱে পুনৰ কালিন্দী নামে কন্যা বিবাহ কৰালে। দ্বিতীয় ভাগ জোনাকীৰ প্ৰবন্ধত এই দৰে আছে, -

"যথাকালত গঙ্গাতীৰ্থ পাই তাত যথানিয়মে স্নান-দান কৰি তেওঁৰ লগৰ ভালেখিনি মানুহ উভতি ঘৰলৈ আহিল। তেওঁ তাৰ পৰা জগন্নাথ ক্ষেত্ৰলৈ গল। তেওঁৰ লগত আৰু বাৰজন জগন্নাথ ক্ষেত্ৰৰ যাত্ৰী আছিল, তেওঁবিলাকৰ নামৰ উল্লেখ চৰিত্ৰত আছে, যেনে; হয়গ্ৰীৱ, জগন্নাথ, নৰ্দ্দৈ, ৰুদ্ৰবৰ, কল্কি, কল্পতৰু, ধৰাধৰ, বিশ্বনাথ, গোৱৰ্দ্দন, সুৰথ, সুন্দৰ আৰু মনপুৰ। ওবেষা পুৰীৰ জগন্নাথ মূৰ্ত্তি দৰ্শন কৰি আমাৰ প্ৰখ্যাত যাত্ৰী কেইজনা মহা আনন্দেৰে থাকিবলৈ ধৰিলে ক্ষেত্ৰৰ ডাঙ্গৰ পণ্ডিতসকলৰ লগত শাস্ত্ৰালোচনা কৰি শঙ্কৰদেৱে অনুপম তৃপ্তি লভিছিল। শঙ্কৰদেৱৰ সদালাপ, গভীৰ জ্ঞান আৰু সাধাৰণ ধৰ্ম্ম-ভাৱত

ক্ষেত্রবাসী পণ্ডিত আৰু পাণ্ডাসকল বিস্মিত হৈছিল। পুৰীত ৫ মাহমান থাকি দক্ষিণ ভাৰতলৈ শঙ্কৰদেৱে যাত্ৰা কৰিলে। সেতুবন্ধ ৰামেশ্বৰ আৰু দক্ষিণ দেশৰ আন প্ৰসিদ্ধ তীৰ্থস্থানবিলাক, চাই তেওঁ পশ্চিম দেশলৈ খোজ ললে। বাৰানসী, প্ৰয়াগ, মথুৰা, বৃন্দাবন, কুৰুক্ষেত্ৰ, উপবদৰিকাশ্ৰম আদি পশ্চিম ভাৰতৰ প্ৰসিদ্ধ তীৰ্থ-স্থানবিলাক চাই আকৌ তেওঁ জগন্নাথ ক্ষেত্ৰলৈ উভতি আহিল : আৰু তাত কিছুদিন থাকি ঘৰলৈ মুখ কৰিলে। ঘৰৰ আৰু গাৱঁৰ সকলোৱে অনুপম প্ৰীতি, পৱিত্ৰ উৎসাহ আৰু উজ্জ্বল আশাৰ উৎসৱে তেওঁৰ প্ৰত্যাবৰ্ত্তমক অভ্যৰ্থনা কৰিছিল। তেওঁৰ এই ভ্ৰমণত ১২ বছৰ লাগে বুলি চৰিত্ৰত লেখা আছে। সি যি হওক এই তীৰ্থভ্ৰমণত অনেক বছৰ যে লাগিছিল তাত কোনো সন্দেহ নাই। শঙ্কৰদেৱৰ এই তীৰ্থভ্ৰমণৰ বিশেষ বিবৰণ চৰিত্ৰত পোৱা নেযায়, কিন্তু এইটো থিৰাং যে এই ভ্ৰমণৰ পৰা তেওঁ বহুজ্ঞান, বহুদৰ্শিতা আৰু বহুশক্তি লাভ কৰিছিল। পাছৰ ডাঙৰ কাৰ্য্যৰ নিমিত্তে এই ভ্ৰমণতেই যে তেওঁ প্ৰস্তুত হৈছিল তাৰ অলপো সন্দেহ নাই। এই ভ্ৰমণেই তেওঁৰ হৃদয়ত জড় মূৰ্ত্তিৰ পূজাৰ অসাৰতা আৰু চৈতন্যময় ঈশ্বৰৰ পূজাৰ শ্ৰেষ্ঠতা দকৈ সুমাই দিয়ে, এই ভ্ৰমণতেই তেওঁৰ মনত দেশৰ হিত সাধনাৰ মহাব্ৰতৰ ভেঁটি পকতকৈ বন্ধা হয়, আৰু এই ভ্ৰমণেই তেওক আজি পৰ্য্যন্ত অসম ভূমিত অমৰ কৰি ৰাখিছে। পণ্ডিতৰ সমাজত তেওঁৰ নামৰ সন্মান আৰু মাহাত্ম্য, নামঘৰত ভকতৰ মুখত ভোৰ তালৰ ধ্বনিত তেওঁৰ নাম মিহলি হৈ প্ৰতিধ্বনিত হোৱা, ৰহাগৰ বিহুত বছৰৰ ন দিনৰ সম্ভাষণৰ হুচৰিত গৰখীয়া লৰাৰ গীতত

তেওঁৰ নামৰ উচ্চ ৰোল উঠা, বন্দুৱাই বন কৰোঁতে ভাগৰ পলু-ৱাবৰ নিমিত্তে তেওঁৰ ভণিত গীত গাই তৃপ্তিলাভ কৰাৰ মূল হৈছে তেওঁৰ এই ভ্ৰমণ, আৰু তেওঁৰ অসীম শক্তি।

“শঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষসকল দেবীৰ একান্ত উপাসক আছিল। তেওঁ দেশভ্ৰমণলৈ ওলোৱাৰ পূৰ্ব্বে তেওঁৰ ঘৰত দেবীৰ পূজা চলি আছিল। সেই পূজাত তেওঁৰ কিমান আস্থা আছিল তাক তেওঁৰ ভ্ৰমণৰ পূৰ্ব্বৰ মনৰ ভাব আৰু তেওঁৰ পাছৰ কাৰ্য্যৰ দ্বাৰাই জানিব পাৰি। কিন্তু তেওঁৰ বয়স কোমল থকাৰ বাবে মনৰ শক্তি সিমান প্ৰবল নথকাত, সংসাৰত দৃঢ়ভাৱে প্ৰতিষ্ঠিত নোহোৱা আৰু শিক্ষাৰ অধীনত থকাৰ বাবে বংশত চলি অহা পূজাৰ বিধি গুচাই তেওঁ তেওঁৰ মনৰ অনুৰূপ পূজাৰ বিধান থাপি ভাল ফল অনাৰ আশা নকৰিছিল। কিন্তু এতিয়া বিদেশ-ভ্ৰমণৰ পৰা আত্ম-প্ৰস্তুত হৈ আহি সংস্কাৰ কাৰ্য্যত নিজক নিযুক্ত কৰিবলৈ তেওঁ আৰম্ভ কৰিলে। শঙ্কৰৰ প্ৰথম আৰু প্ৰধান চিন্তা আৰু কাৰ্য্য হল একমাত্ৰ চৈতন্যময় ঈশ্বৰ হৰিৰ পূজা সাধাৰণত প্ৰচাৰ কৰা। এই সম্বন্ধে তেওঁৰ মনৰ সংস্কৃত ভাবৰ তেজৰ পৰিচয় চৰিত্ৰত পোৱা যায়। বিদেশৰ পৰা ঘূৰি আহিলত তেওঁক প্ৰীতি-ভোজন দিবৰ নিমিত্তে তেওঁৰ ভায়েক বনগঞা গিৰিয়ে ব্যৱহাৰ মতে এটা ছাগ দেবীৰ আগত বলি-কটা শালত দি বধ কৰে। ইয়তে শঙ্কৰদেৱে বৰ অসন্তোষ পাই বহুদিনৰ অনুপস্থিতৰ পাচত প্ৰথম সম্মিলনৰ পৰা ওপজা আনন্দ কাতি কৰি থৈ ভায়েকক বিশেষৰূপে ভৎসনা কৰে। তাৰ পাছে ভায়েকে আৰু এটা ডাঙৰ জগৰ লগায়। বনগঞাই ককায়েকলৈ গাখীৰৰ নিমিত্তে গৰু আনিবলৈ বিচাৰি গৈ, জয়ন্তা

গিৰিৰ গৰুৰ জাকত সোমাই জনীচেৰেক গৰু আনিবলৈ ধৰে, তাতে গৰখীয়াই আগভেটি গৰু নিয়াত বাধা জন্মায়। বনগঞাইও সেই সময়ৰ চলিত বন্দীবিলাকৰ ওপৰত ডাঙৰীয়াসকলৰ সহজ ব্যৱহাৰৰ ভাবত, হাতত থকা যাঠিডাল গৰখীয়াৰ বুকুলৈ মাৰি তাৰ প্ৰাণ বধ কৰে। ভায়েকৰ এই নৃশংস কাৰ্য্যত শঙ্কৰদেৱে আন্তৰিক বেদনা পাই ভায়েকক ঘোৰ ভৎ‍র্সনা কৰে। তেওঁৰ সংস্কৃত মনৰ গতি এই ঘটনা দুটিৰ দ্বাৰাই জনা যায়।

"তীৰ্থভ্ৰমণৰ পৰা আহি প্ৰথমতে তেওঁৰ একমাত্ৰ ধ্যানৰ হৰি-নামৰ মহিমা, হৰিধৰ্ম্মৰ পৱিত্ৰতাৰ মৰ্ম্ম, তেওঁৰ বুঢ়ীমাক জয়ন্ত-দেৱৰ সহধৰ্ম্মিণীৰ ওচৰত প্ৰচাৰ কৰে। এই বুঢ়ী ধৰ্ম্মপৰায়ণা সতীয়ে, স্বামীয়ে বিধবা তিকশাৰে ঘৰ পুৰোৱা বাবে, স্বামীৰ পৰা আঁতৰ হৈ বেলেগে বাস কৰিছিল। জয়ন্তদেৱে যে শূদিৰ কুলীয়া বিধৱাকে তিকতাৰূপে ৰাখিছিল, তাৰ প্ৰমাণ, ৰামনন্দ ঠাকুৰৰ লেখা চৰিত্ৰত. শঙ্কৰদেৱ আৰু এই বুঢ়ীমাকৰ আলাপৰ পৰা পোৱা যায়। শঙ্কৰদেৱ বিদেশৰ পৰা আহিলত যেতিয়া জয়ন্তৰ ঘৰত ভোজন কৰিবলৈ নিমন্ত্ৰিত হয়, তেওঁৰ ঘৰলৈ যাওঁতে প্ৰথমে বুঢ়ীমাকৰ ঘৰত সোমায়, ইয়াতে বুঢ়ীমাকে জয়ন্তৰ ৰক্ষিত বিধৱা তিকতা সম্বন্ধে শঙ্কৰদেৱক কৈছে ;—

"মোক বাজ কৰিলেক, বাণ্ডিগণ আসিলেক

সেহি লোকে বন্ধন কৰয়।"

উত্তৰত শঙ্কৰদেৱে এই "ৰাণ্ডীগণ" শব্দৰ অৰ্থৰ সন্দেহ ভাঙ্গি দিছে।

"বিধৱা সবৰ বন্ধা অন্নক ভুঞ্জিবোঁ কেনে ?
উত্তম শূদ্ৰৰ বৰ দোষ" *

ত্ৰিহুতৰ জগদীশ মিশ্ৰ নামে এজন ব্ৰাহ্মণে জগন্নাথৰ আগত শ্ৰীমদ্ভাৱত শাস্ত্ৰ পঢ়ি শুনাবৰ মনেৰে পুৰীলৈ গৈছিল। প্ৰবাদ-আছে, ব্ৰাহ্মণে তাতে জগন্নাথৰপৰা স্বপ্নাদেশ পালে যে তেওঁ কামৰূপলৈ গৈ শ্ৰীশঙ্কৰদেৱক ভাগৱত শুনাওক। এই আদেশ মতে ব্ৰাহ্মণে সুধি সুধি ডমাহে আহি টেম্বুৱানি বৰদোৱা পালেহি। শঙ্কৰদেৱ সেই সময়ত তেওঁৰ পেহাক কেতাইখাঁক চাবলৈ কেতাইখাঁৰ নগৰ গাংমৌলৈ গৈ তাতে তিন দিন আছিল। ব্ৰাহ্মণে শঙ্কৰক বিচাৰি গাংমৌ পাই তাতে শঙ্কৰদেৱৰে সৈতে দেখা কৰি ভাগৱত শাস্ত্ৰ পাঠ কৰি শঙ্কৰদেৱক শুনাবলৈ ধৰিলে। যি দিনাই ভাগৱত শুনোৱা শেষ হল সেই দিনাই ব্ৰাহ্মণৰ তাতে মৃত্যু হল। সেই ভাগৱত শাস্ত্ৰ শঙ্কৰদেৱে পাই ভক্তিপন্থৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ

* "শ্ৰীযুক্ত জোনাকী সম্পাদক মহাশয় নিবেদন.

-য় ভাগ জোনাকীত ওলোৱা ৺শ্ৰীশ্ৰীশঙ্কৰদেৱৰ চৰিত্ৰত অনেক অমূলক আৰু অশুদ্ধ কথা আছে। লেখকে ভৱানীপুৰীয়া গোপাল আতাৰ পথাৰলম্বী ৰমানন্দ নামে লোক এজনে ৰচা চৰিত্ৰ পুথি চাই এই চৰিত্ৰ লেখিছে যেন অনুমান হয়। সেই ৰমানন্দ শ্ৰীশঙ্কৰ দেৱৰ পুত্ৰ ৰমানন্দ ঠাকুৰ দেৱ নহয়। তেওঁৰ দ্বাৰায় ৰচিত চৰিত্ৰ সন্ত-সাধুৰ গ্ৰহণীয় নহয়, কাৰণ তাত বহুত যোৰা দিয়া মিছা কথা আছে। কায়স্থ জাতিৰ ভিতৰত বিধৱা গ্ৰহণ কৰা নিয়ম নাই গ্ৰহণ কৰিলে জাত্যান্তৰ হয়। কিন্তু জোনাকীৰ "শঙ্কৰ দেৱ" প্ৰবন্ধত এনে অসত্তৰ কথা লেখা হৈছে। জোনাকীত, ডাল পাত নোযোবোৱা আৰু শুদ্ধ কথা থকাহে,বাঞ্ছনীয়, আৰু তেনে হলেহে সি সকলোৰে আদৰণীয় হব। এতেকে আপোনাক এই কথাৰ মীমাংসা কৰিবলৈ জনালোঁ।।

শিৱসাগৰ, } বাধ্য,
১৪ জানোৱাৰি, ১৮৯৮। } শ্ৰীদীননাথ শৰ্ম্মা বেজবৰুৱা"

কৰিলে। প্ৰথমতে তেওঁ ভাগৱতৰপৰা সাৰ উদ্ধাৰ কৰি কীৰ্ত্তন পুথি ৰচনা কৰিলে। তাৰ পিছত গীত পদ ভটিমা চপয় আদি কৰিলে *

ৰামৰায়কে আদি কৰি জ্ঞাতিসকলে শঙ্কৰদেৱক কলে যে "আপুনি অনেক তীৰ্থত ভ্ৰমণ কৰি নানাৰকম উৎসৱ দেখি আছিছে, আমাক এটি আমোদজনক উৎসৱ দেখুৱাওক।" এই কথা শুনি ফাগুন মাহৰ পূৰ্ণিমা তিথিত শঙ্কৰদেৱে বৃন্দাবনী গোপালৰ দৌলোৎসৱ কৰি দেখুৱালে। তেতিয়াৰেপৰা আসামত ফল্গুৎসৱ বা ফাকুৱা প্ৰচলিত হল। কীৰ্ত্তন পুথিত ঠাই পোৱা "ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী। দুই হাতে ফাকুৰ গুণ্ডা সিঞ্চন্ত মুৰাৰি॥" ঘোষা আৰু পদ এই উপলক্ষে ৰচিত হৈছিল।

জ্ঞাতি বন্ধুসকলৰ অনুৰোধত শঙ্কৰদেৱে চিহ্নযাত্ৰা ভাৱনা কৰিছিল। সেই ভাৱনালৈ গোলক-ধামকে আদি কৰি সপ্ত বৈকুণ্ঠৰ নক্সাৰে সৈতে শঙ্কৰে নিজ হাতে সুন্দৰ চিত্ৰপট (Scene) আঁকি দিছিল; যাত্ৰাত বজাবলৈ খোল নামৰ বাদ্য কুমাৰৰ হতুৱাই গঢ়াই আৰু মুচিয়াৰৰ হতুৱাই ছোৱাই উলিয়াই দিছিল। আগেয়ে আসামত মৃদঙ্গ হে প্ৰচলিত আছিল, শঙ্কৰদেৱে কপিলী-মুখৰ কুমাৰক মতাই আনি খোল গঢ়াবলৈ নমুনা দি কিছুমান মাটিৰ খোল প্ৰস্তুত কৰালে, আৰু শালমৰা গাৱঁৰ মুচিয়াৰক

* "বিচাৰ কৰিয়া পাছে ভাগৱত গ্ৰন্থ। কৰিলন্ত শঙ্কৰে প্ৰকাশ ভক্তিপন্থ॥
হৰিত ভকতি অতি কৰিবে প্ৰবন্ধ। প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ॥
অবন্তৰে কিছু লোকে ভকতি কৰিল। তেবে আনো নানাবিধ ছন্দ নিৰূপিল॥
কতো গীত পদ কতো ভটিমা চপয়। কথা শ্লোক আদি কৰিলন্ত মহাশয়॥"—
দৈত্যাৰি ঠাকুৰ ৰচিত গুৰু চৰিত্ৰ।

মতাই খোলবোৰ ছোৱাই দি তাত লোৰ গুৰি আৰু কৰ্কৰা ভাতৰ কৰাল দি কেনেকৈ ঘুণ দিব লাগে সেই পৰ্য্যন্ত তেওঁ দেখুৱাই দিছিল। কঁহাৰৰ হতুৱাই মন্দিৰা, খুটিতাল, ভোৰ-তালকে আদি কৰি অনেক বিধৰ তাল প্ৰস্তুত কৰালে। ভায়েক বনগঞ্জা-গিৰীক গায়ন আৰু নিজে বায়ন হৈ, সৰ্ব্বজয় আৰু কমলি ধৰা পৰমানন্দক নতুৱা পাতি, আৰু আন আন সকলোকে ভাও ভগাই দি তেওঁ সেই ভাৱনা কৰিছিল। এয়েই আসামত প্ৰথম ভাৱনা আৰু খোল তাল আদি বাদ্যৰ প্ৰচলন।

কছাৰীবিলাকেৰে সৈতে ভূঞাসকলৰ বিৰোধ চলি থকাত অশান্তি হোৱা বাবে শঙ্কৰদেৱ প্ৰমুখ্যে ভূঞাসকলে বৰদোৱা এৰি গাঙমৌত বসতি কৰে ৮৭ বছৰ বয়সৰ শঙ্কৰদেৱে বৰদোৱা এৰি গাঙমৌলৈ যায়। বৰদোৱাত থাকোঁতেই শঙ্কৰদেৱে কাৰ্ত্তন পুথি ৰচনা কৰে আৰু অনেক গীত ভটিমা নাট আদি ৰচনা কৰি সত্ৰ পাতি শিষ্য ভজাই ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে। গাঙ-মৌত শঙ্কৰদেৱে নামঘৰ মণিকূট আদি সজাই সত্ৰ পাতি ধৰ্ম্মপ্ৰচাৰ কৰি পাঁচ বছৰ থকাৰ পিছত তাত ডফলাই দৌৰাত্ম্য কৰাত তাৰপৰা উঠি গৈ চাহ্নি নামে ঠাইত ছমাহ আছিল; তাতো সত্ৰৰ বিশেষ সুবিধা নোহোৱা। বাবে তেওঁ ভাল ঠাই বিচাৰি ধুৱাঁ-হাট বা বেলগুৰিলৈ গৈ তাত সত্ৰ পাতি থাকে। চাউঁয়া দলৈকে আদি কৰি জনদিয়েক বঙহৰ মানুহৰ ব্যৱহাৰত বিৰক্ত হৈ শঙ্কৰ-দেৱ কোমোৰাকটা নামে ঠাইত ছমাহ আছিল গৈ, পিছত জ্ঞাতি সকলে কাবৌ-কোকালি কৰি মতাত হে ছমাহৰ মূৰত তেওঁ আকৌ বেলগুৰিলৈ আহে।

শঙ্কৰদেৱ ধুৰ্বাহাটত থাকোঁতে মণি-কাঞ্চণৰ যোগ হয়, অৰ্থাৎ মাধদেৱৰে সৈতে তেওঁৰ মিলন হয়, আৰু মাধৱদেৱে শঙ্কৰক গুৰু মানি তেওঁৰ শিষ্য হয়। মাধৱদেৱৰ বাপেকৰ নাম গোবিন্দ গিৰী, মাকৰ নাম মনোৰমা। গোবিন্দৰ আৰু তিনটা নাম আছিল,—দীঘৰপুৰীয়া গিৰী, বৰকণা গিৰী, আৰু লমকণা গিৰী। গোবিন্দৰ ঘাই ঘৰ বাণ্ডুকাত। বাণ্ডুকাত তেওঁৰ অমৃচিন্তা নামে স্ত্ৰীৰ মৃত্যুৰ পিছত তেওঁৰ মনত বৈৰাগ্য হোৱাত পুতেক দামোদৰক তাতে থৈ তেওঁ টেম্বুৱানিলৈ আহি ভূঞাৰ সমাজত বাস কৰিছিল টেম্বুৱানি বৰদোৱাতে গোবিন্দে মনোৰমা নামেৰে কায়স্থ কন্যা এটী বিয়া কৰে। সেই কন্যাৰ গৰ্ভত মাধৱৰ জন্ম হয়। মাধৱ যেতিয়া মাকৰ গৰ্ভত পাঁচ মহীয়া, তেতিয়া ভোটৰ উপদ্ৰৱত ভূঞা সকলে টেম্বুৱানি এৰি পলালত, বৰকণা গিৰী ও স্ত্ৰীৰে সৈতে পলাই গৈছিল। তেওঁলোকে নিজৰ বস্ত্ৰ বস্তু কণ বান লৈ দোলাত উঠি হাবিলৈ পলাই গৈছিল। হাবিত দোলাৰপৰা তেওঁলোক নামি বৰ ভাগৰ লগাত অলপ জিৰাওঁতেই তেওঁলোকৰ দুৰ্ভাগৰ টোপনি আহিল, আৰু সেই সুযোগতে তেওঁলোকৰ দোলাভাৰী কেইটাই ধন বস্তু সোপাকে চুৰ কৰি লৈ পলাই গুচি গল সেইতে তেওঁ-লোকৰ গাৰপৰা পিন্ধা-কাপোৰ পৰ্য্যন্ত খোলোকাই লৈ তেওঁলোকক উদং কৰি গৈছিল। স্বামী স্ত্ৰী দুয়ো সাৰ পাই নিজৰ এনে দুৰৱস্থা দেখি বেকাৰত বিমৰ্ষ হৈ তাতে বহি আছিল এনেতে স্ত্ৰীৰ বৰকৈ পিয়াহ লাগিলত, বৰকণা গিৰীয়ে পানী বিচাৰি গৈ ওচৰতে নৈ এখন পাই তাত গা ধুই পানী খাই ঘৈণীয়েকলৈ নলৰ চুঙাত পানী ভৰাই আনিবলৈ ধৰোঁতেই নৈয়েদি নাৱেৰ উজাই

যোৱা হৰশিঙ্গা বৰাই তেওঁক তেনে অৱস্থাত দেখিবলৈ পাই নাও বৰাই তেওঁক সুধি তেওঁৰ বিপদৰ কথা জানিব পাৰি, তেওঁক আৰু তেওঁৰ সহধৰ্ম্মিণীক নিজৰ নাৱঁত তুলি লৈ গৈ আপোনাৰ ঘৰতে যত্ন কৰি ৰাখিলে। হৰশিঙ্গা বৰাৰ ঘৰৰ ওচৰতে লেটেকুপুখুৰী নামে ঠাইত ১৪১১ শকৰ জেঠৰ পূৰ্ণিমা তিথিত ৰবিবাৰে মাধৱ-দেৱৰ জন্ম হয়।

কিছুমান বছৰৰ পিছত বৰকণা গিৰীয়ে নিজৰ স্ত্রী আৰু পুত্ৰৰে সৈতে হৰশিঙ্গা বৰাৰ আশ্ৰয় এৰি ঘাৰ্ঘৰি মাজি নামে এজন তেওঁৰ পূৰণি বন্ধুৰ ঘৰত আশ্ৰয় ললে ঘাঘৰি মাজিৰ ঘৰতে বৰকণা গিৰীৰ উৰ্ব্বশী নামে এটী কন্যা ওপজে, যাক পিচত তেওঁ গয়া-পাণি বা ৰামদাসেৰে সৈতে বিয়া দিছিল তেওঁলোক ঘাৰ্ঘৰি মাজিৰ ঘৰত থাকোঁতে মাধৱক উৰ্ব্বৰি আৰু উৰ্ব্বশীক বিয়া দিবৰ হৈছিল দোষ, তাত বৰকণা গিৰীৰ স্বজাতিৰ লোক নথকা বাবে তেওঁ ছোৱালীজনী বিয়া দিবৰ নিমিত্তে কায়স্থকুলীয়া লৰা বিচাৰি নাৱেৰে টেম্বুৱানিৰ ফালে যাত্ৰা কৰি আছিল। টেম্বুৱানিলৈ আহোঁতে বাটতে বৰকণা গিৰীয়ে ৰতা বা ৰৌতা নামে ঠাইত ছেঁকোৰাকুচি নিবাসী গয়াপাণি নামেৰে কায়স্থকুলীয়া লোক এজন পাই, তেওঁৰে সৈতে উৰ্ব্বশীক বিয়া দি, জোৱাঁয়েকৰ ঘৰৰ ওচৰতে নিজলৈ ঘৰ সজাই বসতি কৰিলে। তাতে তেওঁ মাধৱকো উপনয়ন দিলে। কিছুমান দিনৰ পিছত জোৱাঁয়েক গয়াপাণিৰ ঘৰতে স্ত্রী আৰু কন্যাক থৈ বৰকণাগিৰীয়ে মাধৱক লগত লৈ তেওঁৰ পূৰণি ঘৰ বাণ্ডুকালৈ উভতি গল। বাণ্ডুকাত তেওঁৰ বৰ পুতেক দামোদৰ আছিল। বহুকালৰ মূৰত দামোদৰে পিতাকক পাই, আৰু ন ভায়েক মাধৱক দেখি পৰম আনন্দিত হল, আৰু

এটাই কেইজন একেলগে প্ৰীতিৰে বাস কৰিবলৈ ধৰিলে। বাণ্ডু-কাতে মাধৱে লেখা-পঢ়া শিকি স্থায়, তৰ্ক, নীতি প্ৰভৃতি শাস্ত্ৰ অধ্যয়ন কৰি অলপ কালৰ ভিতৰতে শাস্ত্ৰজ্ঞ পণ্ডিত হৈ উঠিল। বাণ্ডুকাতে বৰকণাগিৰীৰ মৃত্যু হয়। পিতৃবিয়োগৰ পিছত মাধৱে ককায়েক দামোদৰৰে সৈতে পিতৃৰ অন্ত্যেষ্টিক্ৰিয়াদি সমাপন কৰিলে আৰু তাৰ পিছত মাতৃ দৰ্শন কৰিবৰ অৰ্থে তেওঁ টেম্বুৱানিলৈ উভতি আহিল। মনোৰমাই পুত্ৰেকৰ মুখৰপৰা স্বামীৰ মৃত্যুৰ বাতৰি শুনি বৰকৈ শোক কৰি বৈধব্য ব্ৰত অৱলম্বন কৰি বল। ইয়াৰ পিছত মাধৱে আকৌ বাণ্ডুকালৈ গৈ ককায়েকেৰে সৈতে ব্যৱসায় কৰি জীৱন নিৰ্ব্বাহ কৰিবলৈ ধৰিবলে। কিন্তু কিছুদিন সেইকাৰ্য্য কৰি থকাৰ পিছত বিলাতৰ ভাগ লৈ ককায়েকেৰে সৈতে তেওঁৰ মনান্তৰ হলত তেওঁ মেলুৱাই গোসাঁই সোধ কৰাই সেই দন্দৰ মীমাংসা কৰালে। লাহে লাহে মাধৱে স্পষ্টকৈ দেখিবলৈ পালে যে সেই কাৰ্য্যত অনেক অধৰ্ম্মাচৰণ হয়, সেইদেখি তেওঁ ককায়েকক নিজৰ ভাগৰ ব্যৱসায় কাৰ্য্য এৰি দি খোৱ কৰিবলৈ ধৰিলে। ইয়াৰ কিছু কালৰ পিছতে তেওঁ টেম্বুৱানিত তেওঁৰ মাকৰ বৰ নৰীয়া বুলি শুনি লৰালৰিকৈ মাকক চাবলৈ টেম্বুৱানিলৈ যাত্ৰা কৰিলে। বাটত আহোঁতে তেওঁ মাকৰ নৰীয়া ভাল হবৰ নিমিত্তে শৰৎকালৰ দুৰ্গাপূজালৈ দুটা বগা ছাগ আগ কৰিলে। টেম্বুৱানি পাই মাধৱে দেখিলে যে মাকৰ নৰীয়া ভাল হৈছে। সেই দেখি তেওঁ ভৈনায়েক গয়াপানিৰ হাতত এটকা ধন দি গোসানীপূজাৰ নিমিত্তে বগা ছাগ দুটা কিনি আনি তেওঁক দিবলৈ কলে। গয়াপাণিয়ে ইয়াৰ আগেয়েই শঙ্কৰদেৱত শৰণ লৈ বৈষ্ণৱধৰ্ম্ম গ্ৰহণ কৰিছিল, সেই-

দেখি গোঁসানীৰ আগত বলি দিবলৈ পাঠা আনি দিয়াটো তেওঁৰ পক্ষে অসম্ভৱ কাৰ্য্য হৈছিল। দিনো মাধৱে বৈনায়েকক "পাঠা আনিছা নে" বুলি সোধে, আৰু বৈনায়েকে ঘূৰাই পকাই সেই কথাৰ ঠিক উত্তৰ নিদি "বিচাৰিছোঁ" "আনিম" ইত্যাদি কথা কৈ গা সাৰে। দুৰ্গা-পূজাৰ ওচৰ চাপিল। এদিন মাধৱে বৈনায়েকেৰে সৈতে মজিয়াত বহি ভাত খাওঁতে খং কৰি বৈনায়েকক সুধিলে—

"হোঁকোৰাকুচীয়া তুমি বুদ্ধিত পাগল।
কিয় আনি নেদা মোক পূজাৰ ছাগল ?"

এই দৰে কৈ মাধৱে বৈনায়েকৰ ওপৰত ৰবকৈ খং কৰিলত, বৈনায়েকে তেওঁক উত্তৰ দিলে,—

"আমাৰ আগত দেখোৱাহা ৰবগোট।
শঙ্কৰৰ আগত হৈবাহা লোটসোট॥"

এই উত্তৰ শুনি মাধৱে আচৰিত হৈ বৈনায়েকক শুধিলে, "মোতকৈও কোনোবা ডাঙ্গৰ পণ্ডিত আছে নে ?" ৰামদাসে উত্তৰ দিলে "তুমিয়ে নিজক বৰ পণ্ডিত বুলি অহঙ্কাৰ কৰা হবলা ? বাৰু কাইলৈ তোমাক শঙ্কৰদেৱৰ ওচৰলৈ লৈ যাম।" মাধৱে এই কথাত মান্তি হৈ পিছদিনা ৰাতিপুৱা স্নান কৰি গুৱা পান লৈ ৰামদাসেৰ সৈতে নৈ পাৰ হৈ শঙ্কৰৰ থান পাই শঙ্কৰদেৱৰে সৈতে সাক্ষাত কৰিলে। ৰামদাসে শঙ্কৰদেৱৰ আগত মাধৱৰ পৰিচয় দিলত শঙ্কৰে কলে "এৰা, মনোৰমা বাইৰ পুত্ৰ বৰ এটা হল ; মূৰে মূৰে ঠেকা লাগিলেও চিনি নেপাওঁ।"

ইয়াৰ পিছত দেবীৰ আগত কিয় ছাগ বলি দিব নাপায়, আৰু দেবী পূজা কিয় কৰিব নাপায়, এই কথা লৈ শঙ্কৰ আৰু মাধৱৰ বাদ হয়। শঙ্কৰে নিবৃত্তি মাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ আৰু মাধৱে প্ৰবৃত্তি মাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ উদ্ধাৰ কৰি বাদ কৰি থাকোঁতে বেলি তিনি পৰীয়া হলগৈ।

এনেতে শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱতৰপৰা—

"যথা তৰোৰ্মূল নিষেচনেন।
তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ॥
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং।
তথাচ সৰ্ব্বাৰ্হ নমুচ্যতেজ্যা॥

এই শ্লোকটো মাতিলে। মাধৱে শ্লোকটো শুনা মাত্ৰকতে কেৱল একমাত্ৰ কৃষ্ণদেৱহে উপাস্য বুলি মনত থিৰ কৰি শঙ্কৰদেৱক গুৰু মানি সেৱা কৰিলে। মাধৱে হঠাৎ শঙ্কৰদেৱক সেৱা কৰিলত শঙ্কৰদেৱে ভাবিলে যে মাধৱে বিদায় লবৰ মনেৰেহে তেনে কৰিলে। সেই দেখি শঙ্কৰদেৱে তাৰ কাৰণ সুধিলত মাধৱদেৱে কলে "বাপ, আহিয়েই প্ৰথমতে তোমোৰাক আমি ভূঞা বৰলোক বুলি সেৱা কৰিছিলোঁ, এতিয়া গুৰু মানি সেৱা কৰিছোঁ।" শঙ্কৰদেৱে যদিও মাধৱদেৱৰে সৈতে তেওঁৰ মিলন হোৱাৰ আগেয়ে ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি অনেকক শিষ্য কৰি নামধৰ্ম্ম প্ৰচাৰ কৰিছিল, তথাপি মাধৱদেৱৰে সৈতে লগ লাগিবৰপৰা সেই ধৰ্ম্ম প্ৰচাৰৰ বল অনেক গুণে বাঢ়িল। মাধৱদেৱ, মাধৱদেৱৰ বৈনাই ৰামদাস, ৰামৰাম গুৰু, ৰত্নাকৰ কন্দলি, ব্যাসকলাই বাপু

আদি ভকুসকলেৰে সৈতে শঙ্কৰদেৱে হৰিসংকীৰ্ত্তনৰ ঢলেৰে উজনি-আসাম বুৰাই পেলাইছিল। * "শঙ্কৰদেৱে ৰত্নাকৰ কন্দলিক † প্ৰত্যহ গীতা পাঠ কৰিবলৈ দিয়ে, ব্যাসকলায়ে হৰিধ্বনি কৰি সকলোকে ৰামনাম বোলাই তাৰ অৰ্থ ব্যাখ্যা কৰি দিয়ে। এইদৰে শঙ্কৰে প্ৰচাৰ কৰা হৰিভক্তি মানুহৰ মাজত চলাত পূজা আৰ্চ্চা আদি বামুণীয়া কামৎ ব্যাঘাত হবলৈ ধৰিলে। সেইদেখি ব্ৰাহ্মণসকলে অসূয়া কৰি শঙ্কৰৰ নামে আহোমৰজা চুহুমুং স্বৰ্গদেৱৰ ওচৰত গোচৰ দিলে। ৰজাৰ ৰচৰত শঙ্কৰদেৱৰ জয় আৰু ব্ৰহ্মণসকলৰ পৰাজয় ঘটিল।

একালত অসম ৰজাৰ হাতী ধৰিবাৰ মন হল। ৰজাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ হাতী ধৰিবৰ নিমিত্তে লোকজন পঠিয়ালে। ভূঞাসকলক হাতী খেদা পাল দিলে। শঙ্কৰৰ বংশীয় ভূঞাসকলে ঘি

---

* "ৰাম ৰাম গুৰু ৰামদাস ওজা দুই। মাধৱে কীৰ্ত্তনকৰে ডাইনা পালী হুই।
গগণমণ্ডল ছোৱে কীৰ্ত্তনৰ ধ্বনি। আনন্দ-সাগৰে লোক মজে তাক শুনি।
স্বভাৱে কীৰ্ত্তন ঘোষা পৰম সুন্দৰ। এথনো মিলয় শুনি আনন্দ লোকৰ।
তাতে আৰো ঈশ্বৰে আপুনি তাল ধৰি। গাৱন্ত মহিমা তাৰ কোনে কৈৱে পাৰি॥
আগেতে শঙ্কৰদেৱ থাকন্ত সাক্ষাত। মিলে জানা আনন্দ অপৰিমিত তাত॥
দৈত্যাৰি ঠাকুৰ।

† ৰত্নাকৰ কন্দলি পঢ়ন্ত গীতা তয়। বিয়াসকলাই নামে জনেক আছয়।
তাঙ্ক সম গুণী নাই জাতিত ব্ৰাহ্মণ। শঙ্কৰদেৱত তেহোঁ লৈয়াছে শৰণ।
দুই চাৰি শ্লোক গৈলে গীতাৰ নিশ্চয়। থিয় হয়া সিটো সব সভাত কহয়॥
হে সভাসদ লোক থিৰ কৰি মন। শুনা সাৱধানে ইটো কৃষ্ণৰ বচন॥
এহি বুলি সিটো সবে লোকক শুনাই। গীতাৰ অৰ্থক কহে সভাত বুজাই॥
ওপৰক দুয়ো হাত তুলি উচ্চ কৰি। বোলে ঘনে ঘনে সবে বোলা হৰি হৰি॥
সবলোৱে খোট খোট কৰে হৰি ৰায়। সবাৰো মনত মহা আনন্দ উৎসৱ।
কতোক্ষণ ভৈলে কৰি গীতা সম্বৰণ। হৰিবে কৰন্ত সবে গৃহক গমন॥'
দৈত্যাৰি ঠাকুৰ।

ফালে পাল পাইছিল, দুৰ্ভাগ্যবশতঃ সেই ফালেই হাতী ভাগি গল এই দোষত শঙ্কৰদেৱকে প্ৰমুখ্য কৰি ভূঞাসকলক ধৰি নিবলৈ ৰজাৰ আদেশ হল। শঙ্কৰদেৱকে আদি কৰি ভূঞাসকল পলাই সাৰিল, কিন্তু শঙ্কৰদেৱৰ জোঁৱায়েক হৰি আৰু মাধৱদেৱ ধৰা পৰিল। ৰজাই মাধৱদেৱক লৰা তিকতা নথকা উদাসীন দেখি এবছৰ বন্দী কৰি থৈ এৰি দিলে, আৰু হৰি জোঁৱাইক কটালে * অসম ৰজাৰ এই দৌৰাত্ম্যত ঘৃণা প্ৰকাশ কৰি শঙ্কৰদেৱে উজনি-আসাম পৰিত্যাগ কৰি জ্ঞাতি কুটুম্ব সকলেৰে সৈতে ভটীয়াই গুচি গেল। তেওঁ ভটীয়াই গৈ ক্ষেত্ৰি মৌজাৰ কাপালা নামে ঠাইত সত্ৰ পাতি ছমাহ আছিল, কিন্তু সেই ঠাইত লগৰীয়া অনেক ভকতৰ জ্বৰ নৰীয়া হৈ মৃত্যু হোৱাত চুণ-পোৰাত সত্ৰ পাতি বল গৈ। শঙ্কৰদেৱে চুণপোৰাত ছমাহ থাকি তাত আচল পাই তাৰপৰা কুমাৰকুঁচিত সত্ৰ পাতি তাত এবছৰ থাকি তাতো অসুবিধা পাই তাৰপৰা পাটবাউসীলৈ গৈ তাত সত্ৰ পাতি আছিল।

ইয়াৰ পিছত শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল; লগত মাধৱদেৱকে আদি কৰি ১০০।১৫০ ভকত গৈছিল। এইবাৰ তেওঁ যাওঁতে কবীৰৰ মঠ দৰ্শন কৰিছিল। জগন্নাথত চৈতন্যদেৱৰে সৈতে তেওঁৰ দেখা হৈ অনেক শাস্ত্ৰালাপ হৈছিল। পুৰীৰপৰা বৃন্দাবনলৈ শঙ্কৰদেৱ যাব খোজাত মাধৱদেৱে নাযাওঁ বুলি কোৱাত যোৱা নহল। তীৰ্থৰপৰা উভতি আহি শঙ্কৰদেৱে

---

* হৰি জোঁৱাইক কাটিবৰ সময়ত মাধৱদেৱে এই গীতটো গাই তেওঁক নাম সোঁৱৰাইছিল,—"হয়ো ভাই সাৱধান। যাৱে নহু ছুটে প্ৰাণ॥ গোবিন্দৰ কৰমাণ। নিকট মিলাৱে প্ৰাণ॥ ইত্যাদি।

পাটবাউসীতে নিগাজী সত্র থাপন কৰি শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ মূল মৰ্ম্মানুসাৰে বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰি আছিল। হিড়িম্বৰ ৰজাই শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্ম গ্ৰহণ কৰিবৰ ইচ্ছা প্ৰকাশ কৰাত, মাধৱদেৱৰ হতুৱাই শঙ্কৰদেৱে সেই ৰজাক ধৰ্ম্ম দিয়াইছিল। চিলাৰায় দেৱানে ৰামৰায় আতাৰ কন্যা ভুবনেশ্বৰী পত্নীৰপৰা শঙ্কৰৰ গুণ-শীল শুনি শঙ্কৰক মতাই নি বৈষ্ণৱধৰ্ম্ম গ্ৰহণ কৰি শঙ্কৰদেৱৰ শিষ্য হৈছিল। শঙ্কৰৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ বেছি হৈ ব্ৰাহ্মণ-সকলৰ অৱলম্বিত তন্ত্ৰোক্ত ক্ৰিয়াকলাপৰ ব্যাঘাত হোৱাত ব্ৰাহ্মণ সকলে শঙ্কৰদেৱক দ্বেষ কৰিবলৈ ধৰিলে। কোচবেহাৰৰ ৰজা নৰনাৰায়ণক ব্ৰাহ্মণসকলে শঙ্কৰৰ বিপক্ষে নানা কথা লগাবলৈ ধৰাত ৰজাই পাটবাউসীৰপৰা শঙ্কৰদেৱক ধৰাই নিবলৈ মানুহ পঠিয়ালে। এই বাতৰি পাই তাৰ আগেয়েই চিলাৰায় দেৱানে শঙ্কৰদেৱক লৈ গৈ নিজৰ ঘৰত থৈছিল*। তাৰ পিছত দেৱানৰ

---

* অনন্তৰে যেন ভৈল তাক শুনিয়োক। ৰাজাৰ আগত খল দিলে বিপ্ৰলোক॥
সমস্তে ৰাজ্যক নষ্ট কৰিলে শঙ্কৰ। শূদ্ৰ হয়া নমস্কাৰ লৱে ব্ৰাহ্মণৰ
ব্ৰাহ্মণৰ স্ত্ৰীয়ো সেৱা কৰে শঙ্কৰক। ঘৰে ঘৰে দিয়া ফুৰাৱয় পাদোদক॥
পিতৃৰ গৃহত পুত্ৰ ৰকৰে ভোজন বোলে নাহি লস ভই হৰিত শৰণ॥
কৈবৰ্ত্ত কোলতা কোচ ব্ৰাহ্মণ সমস্ত। একে লগে খায় দুধ চিৰা কল যত॥
অন্ন বান্ধি জগন্নাথ প্ৰসাদ কৰয়। ই গাৱেঁ সি গাৱেঁ তাক দিয়া ফুৰাৱয়॥
ব্ৰাহ্মণৰো গুৰু হই দেয় উপদেশ। শয্যা দান আদি বস্তু লৱয় বিশেষ॥
হেন শুনি নৃপতিৰ ভৈল কোপমন। মহাক্ৰোধ কৰি ৰাজা বোলয় বচন॥
হেনয় অনীতি যিটো ৰাজ্য প্ৰবৰ্ত্তয়। ছত্ৰভঙ্গ ৰাজাৰ প্ৰজাৰ দুঃখ হয়॥
চাৰি গৰমলি যাই আন শঙ্কৰক। অনাচাৰ কৰি নষ্ট কৰিলে ৰাজ্যক॥
কৰিবোঁ বিচাৰ এতু হই নিষ্ঠে যেবে। চাইবোঁ দামা সত্যে শঙ্কৰৰ ছালে তেবে॥
নিষ্ঠ কৰি বোলোঁ। মাংস হেঙ্গালে খুৱাইবোঁ। শঙ্কৰৰ হাড়ে নিষ্ঠে অগনি পুৱাইবোঁ॥
যদি মই নৰনাৰায়ণ ৰাজা হওঁ। তেবে শঙ্কৰক নিশঙ্কৰ কৰিবওঁ॥

ঘৰৰপৰা আহি শঙ্কৰদেৱে ৰজাক সাক্ষাত কৰাত শঙ্কৰদেৱৰ পাণ্ডিত্য আৰু ধৰ্ম্মজ্ঞান দেখি ৰজাই তেওঁৰ প্ৰতি ভক্তিযুক্ত হৈ ব্ৰাহ্মণসকলৰ ওপৰত বিৰক্তি প্ৰকাশ কৰিছিল ইয়াৰ পিছত ৰজা শঙ্কৰদেৱৰ পৰম অনুৰাগী হৈ পৰিছিল। ৰজাৰ দৰবাৰত ব্ৰাহ্মণসকলৰ ওপৰত শঙ্কৰদেৱে জয় লাভ কৰি পাটবাউসীলৈ উভতি আহিল। ইয়াৰ পিছত নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱক আকৌ এবাৰ কোচবেহাৰলৈ মতাই নিছিল। এইবাৰো শঙ্কৰদেৱে ৰজাৰ ওচৰত ছমাহ থাকি পাটবাউসীলৈ উভতি আহিল। কিছুদিনৰ পিছত ৰজাই আকৌ মানুহ পঠিয়াই শঙ্কৰদেৱক নিজৰ ওচৰলৈ লৈ গল। এইবাৰ ৰজাই শঙ্কৰদেৱৰ ওচৰত শৰণ লৈ শিষ্য হবৰ ইচ্ছা প্ৰকাশ কৰাত প্ৰথমতে শঙ্কৰদেৱে অনিচ্ছা প্ৰকাশ কৰাতো ৰজাই নেৰাত তেওঁ সম্মত হৈ 'আজি ব্ৰতে উপবাসে থাকক, কাইলৈ যি হয় কৰা যাব" বুলি কৈ বহালৈ উভতি আহিল পিছদিনা শঙ্কৰদেৱৰ যোৱাত পলম হোৱাত ৰজাই তেওঁক লৈ যাবলৈ দোলা মানুহ পাঠিয়াই দিলে। ৰজাৰ মানুহে দোলা লৈ অহা দেখি শঙ্কৰদেৱে কলে যে 'বাৰু যাব লাগে যদি ভালকৈয়ে যাম।" এই বুলি তেওঁ হাত মুখ ধুই নতুন কাপোৰ পিন্ধি অশ্বত্থ গছৰ তলত যোগাসনত বহি (১) "পাৰে পৰি হৰি, কৰোঁ হো কাতৰি, প্ৰাণ ৰখবি মোৰে। বিষয় বিষধৰ বিষে জৰ-

---

এহি কথা চিলাৰায় দেৱানে শুনিয়া ঢেকাই মাণিক চাই বুলিল মাতিয়া॥ একশত টকাৰ টোপলি দিবো তোক। ঝাণ্ট কৰি শঙ্কৰক আনি দেহ মোক॥ আনিলেক শঙ্কৰক দেৱানে শুনিল। গৃহহন্তে আথেবেথে ৰজাই আসিল॥ আসিলাহা বাপু বুলি আলিঙ্গি ধৰিল। সাদৰ কৰিয়া অভ্যন্তৰ লাগি নিল॥ তহিতে শঙ্কৰদেৱ হৰিষে ৰহিল। '—দৈত্যাৰি।

ক্ষৰ, জীৱন নাৰহে থিৰে॥" (২) "মন মেৰি ৰাম চৰণ হি লাগু, তই দেখনা অন্তক আগু॥" (৩) "পামৰ মন ৰাম চিত্তক দেহু। অথিৰ জীবন, ৰাম মাধৱকেৰি নাম মৰণক সম্বল লেহু," এই তিনটা গীত গাই নাম উচ্চাৰণ কৰি ১৪৯০ শকৰ ভাদ মাহৰ শুক্লা দ্বিতীয়া তিথিত প্ৰাণ ত্যাগ কৰিলে। শঙ্কৰদেৱৰ এনে মৃত্যুৰ বাতৰি শুনি নৰনাৰায়ণ ৰজাই অনেক শোক কৰি কৈছিল— "মই অধমৰ নিমিত্তেই গুৰুজন চলিল; নতুবা তেখেত আৰু বা কতদিন থাকিলহেঁতেন।" কিছু বেলিৰ মূৰত ৰজাই শোক সংবৰণ কৰি ৰাজ-ভঁৰালপৰা চন্দন কাষ্ঠ ঘৃতাদি বস্তু দিয়াই মহা সমাৰোহৰে শঙ্কৰদেবৰ দহনাদি কাৰ্য্য কৰালে।

---

# তৃতীয় আধ্যা।

শঙ্কৰদেৱ ভাগৱতী বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰিবৰ নিমিত্তে যি বোৰ গ্ৰন্থ ৰচনা কৰিছিল, তাৰ ভিতৰত কীৰ্ত্তনঘোষায়েই প্ৰধান। শিক্ষিত অশিক্ষিত মহা তিকতা সকলোৱে বুজিব পৰাকৈ অতি শুৱলা অসমীয়া ভাষাত তেওঁ এই অমূল্য গ্ৰন্থ কীৰ্ত্তন ঘোষাখন ৰচনা কৰিছিল। তেওঁ শ্ৰীমদ্ভাগৱত, গীতা, পদ্মপুৰাণ, ব্ৰহ্মপুৰাণ আদি শাস্ত্ৰৰ সাৰ উদ্ধাৰ কৰি সঙ্কীৰ্ত্তন কৰিব পৰাকৈ গীতৰ ছন্দত কীৰ্ত্তন পুথিখন কৰিছিল; আৰু বাস্তবিকপক্ষত তেওঁ তাত সম্পূৰ্ণৰূপে কৃতকাৰ্য্যও হৈছিল। ধৰ্ম্ম-প্ৰচাৰ, ধৰ্ম্ম-শিক্ষা, আৰু ধৰ্ম্ম-জীৱন গঢ়িবৰ নিমিত্তে ভাৰতবৰ্ষৰ কোনো ভাষাত কোনো প্ৰদেশত আমাৰ এই অসমীয়া কীৰ্ত্তন পুথিখনৰ নিচিনা সৰ্ব্বাঙ্গ সুন্দৰ বৃহৎ পুথি যে নাই সেইটো আমি ডাঠকৈ কব পাৰোঁ।

কীৰ্ত্তনখন শঙ্কৰদেৱৰ ইমান মৰমৰ আছিল যে কাছাৰীৰ ভয়ত যেতিয়া তেওঁ আন আন ভূঞাসকলেৰে সৈতে নবালবিকৈ পলাই গৈছিল, তেতিয়া হঠাৎ বাটত তেওঁৰ মনত পৰিল যে কীৰ্ত্তন ঘোষা পুথিখন তেওঁ পাহৰি ঘৰতে এৰি থৈ আহিল। কথাটো মনত পৰিলতে তেওঁ অকলৈ উভতি আহি ঘৰ সোমাই কীৰ্ত্তন-খন লৈ ওলাব খোজোঁতেই কছাৰীইঁতে তেওঁক বেঢ়ি ধৰিলে, আৰু দুটা কছাৰী মুনিহে তেওঁৰ দুৱাৰ মুখত বাট ভেঁটি ধৰিলে। বিপদ দেখি শঙ্কৰদেৱে ওলাই আহি ৰণুৱা কছাৰী দুটাক ঠেলা মাৰি পেলাই দি ভো-ভো কৰে লৰি পলাই গুচি গল।*

কীৰ্ত্তনৰ ৰচনা প্ৰণালী কেনে সুন্দৰ, এবাৰ তাৰ বিষয়-বোৰলৈ চকু দিলেই সেই টো হৃদয়ঙ্গম কৰিব পাৰি। ভাষাৰ লালিত্য, ছন্দৰ ঝঙ্কাৰ, সুৰৰ লাবণ্য, ভাবৰ মাধুৰ্য্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে শঙ্কৰদেৱৰ কীৰ্ত্তন ৰচিত। তাত প্ৰথমতে ভগৱন্তৰ চতুৰ্বিংশতি অৱতাৰ বৰ্ণনা। তাৰ পিছত পদ্মপুৰাণৰ স্বৰ্গখণ্ডৰপৰা নামাপৰাধৰ বৰ্ণনা। † এই শাস্ত্ৰ

* "এক কালে আসামে মাৰিলে টেম্বুৱানি। আসমক ভয়তে পলাইল সবে প্ৰাণী॥
শঙ্কৰো পলায়া গৈলা লোকৰ লগত। কীৰ্ত্তনঘোষা পুথিখন ৰহিল ঘৰত॥
তাক নিবে লাগি একেশ্বৰে আসিলন্ত। আসামে বেঢ়িলে যেবে ঘৰ পশিলন্ত॥
কছাৰী মুনিষ দুয়ো দুৱাৰত থিত। হেন দেখি শঙ্কৰ ভৈলন্ত ভয়ভীত॥
কমতে পলাইবোঁ মনে মনে আলোচিলা। ভিতৰৰ পৰা বৰ বেগে লৰ দিলা॥
হেম্পোচিৰা চিত্তে পেলাইলন্ত দুয়োজন। গৰকিলা দুইকো দিয়া বুকুত চৰণ॥
দেখে আউৰ সবে দিব্য পুৰুষ পলাই। বহু বহু বুলিয়া পাছতে খেদি যায়॥"
—দৈত্যাৰি ঠাকুৰ।

† "পদ্মপুৰাণৰ স্বৰ্গখণ্ডত। নিৰূপি আছে কলি-ধৰ্ম্ম যত॥
তাক শুনা অতি একান্ত চিত্তে। যা ইচ্ছা আছে ভৱ তৰিবতে॥" কীৰ্ত্তন॥

তেওঁ বাৰাণসীৰপৰা পাইছিল বুলি ভণিতাত লেখিছে। * ইয়াৰ পিছত পাষণ্ডমৰ্দ্দন। বেদান্ত, শ্ৰীমদ্ভাগৱত, বৃহন্নাৰদীয় পুৰাণ, পদ্মপুৰাণ, বৃহৎসহস্ৰনাম, সূত-সংহিতা, ইত্যাদি শাস্ত্ৰৰপৰা, বিশেষকৈ শ্ৰীমদ্ভাগৱত বাৰও স্কন্ধৰপৰা সাৰ উদ্ধাৰ কৰি বাছি বাছি যুক্তি প্ৰমাণ দি এই ছোৱা তেওঁ ৰচনা কৰিছিল শঙ্কৰদেৱে সংকীৰ্ত্তনাদি কৰি হৰিভক্তি প্ৰচাৰ কৰিবলৈ ধৰিলত, লোক সকলে ভক্তিৰ ৰস পাই পূজা অৰ্চ্চা আদি ব্ৰাহ্মণসকলৰ দ্বাৰাই বিহিত কাৰ্য্য পৰিত্যাগ কৰি শঙ্কৰদেৱৰ ফালে বেছিকৈ ঢাল লোৱা দেখি ব্ৰাহ্মণসকলে শঙ্কৰদেৱক হিংসা কৰি, তেওঁৰ ভকত সকলক লঘু লাঞ্ছনা কৰি নাম নিন্দা কৰিবলৈ ধৰিলত, যাইকৈ তেওঁলোকক দমন কৰিবৰ নিমিত্তে তেওঁ এই পাষণ্ড-মৰ্দ্দন ৰচনা কৰিছিল। † ইয়াৰ পিছত ধ্যান বৰ্ণনা। তাৰ পিছত শ্ৰীমদ্ভা।-

* "নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰাণসী হন্তে।
তাহাক চাই নিৰ্ব্বন্ধিলোঁ পদ
হৰি হৰি বুলি তৰা আপদ।" কীৰ্ত্তন

† চণ্ডালে কৰিছে হৰি কীৰ্ত্তন।
বুলিয়া নিন্দে যিটো অজ্ঞ ন
তাক সম্ভাষণ যিজনে কৰে।
আজন্মৰ পুণ্য তেখনে হৰে॥
বিষ্ণুৰ গুণ নামে অলঙ্কৃত।
অন্যজো যিবা কৰি আছে গীত॥
তাকে নিন্দা কৰে যিটো কুমতি।
পুণ্যক নাশি যায় অধোগতি॥'
'হাসে বৈষ্ণৱক যিটো মিথ্যখল।
পাছত সমূলকে যায় তল॥
মূৰ্খ হয়া বোলে মই পণ্ডিত
নষ্ট কৰি কুবে আনৰো চিত॥
বিষ্ণু বৈষ্ণৱক কৰে ধিক্কাৰ।
কাটিবে আনিয়া জিহ্বাক তাৰ॥
ওবে বাৰাণসী ঠাৱে ঠাৱে।
কৰিব গীত শিষ্টসবে গাৱে॥
তথাপিতো আঁখি কুটিল তাৰ।
হৰিকীৰ্ত্তনক কৰে ধিক্কাৰ॥
কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ জন্ম তাৰ বাগে কিক॥
স্মৰোক মাত্ৰ হৰি দিবে বাতি।
নাবাছে ভকতি জাতি অজাতি॥

বতবপৰা অজামিলোপাখ্যান, প্ৰহ্লাদচৰিত্ৰ, গজেন্দ্ৰোপাখ্যান, হৰ মোহন, বলিছলন, শ্ৰীকৃষ্ণৰ শিশুলীলা, ৰাসক্ৰীড়া, কংসবধ, গোপী-উদ্ধব সংবাদ, কুঁজীৰ বাঞ্ছাপূৰণ, জৰাসন্ধৰে সৈতে যুদ্ধ, কালযৱন বধ, মুচুকুন্দ স্তুতি, স্যমন্ত হৰণ, নাৰদে কৃষ্ণৰ গাৰ্হস্থ্য ধৰ্ম্ম দৰ্শন, বিপ্ৰপুত্ৰ আনয়ন, বিপ্ৰ দামোদৰৰ আখ্যান, দৈবকীৰ পুত্ৰ আনয়ন, বেদস্তুতি, লীলামালা অৰ্থাৎ শ্ৰীকৃষ্ণৰ জন্মৰপৰা বৈকুণ্ঠ প্ৰয়াণ পৰ্য্যন্ত সংক্ষেপকৈ বৰ্ণনা। ইয়াৰ পিছত ছয় আধ্যা সহস্ৰনাম বৃত্তান্ত, পদ্মপুৰাণৰ অন্তৰ্গত। * এই ছয় আধ্যা ৰত্নাকৰ কন্দলিৰ ৰচনা, শঙ্কৰদেৱে তেওঁৰ কীৰ্ত্তনৰ ভিতৰত ঠাই দিছে। কবিত্ব, শব্দ-যোজনা, আৰু পদৰ লালিত্যত এই ৰচনা নিশ্চয় অতি সুন্দৰ; গতিকে, শঙ্কৰদেৱে তাক তেওঁৰ অতি মৰমৰ কীৰ্ত্তন পুথিৰ ভিতৰত ঠাই দি সম্মানিত কৰাটোৰ মানে সহজে বুজিব পাৰি। ৰত্নাকৰ কন্দলি আসাম আকাশত শঙ্কৰৰূপী চন্দ্ৰক পৰিবেষ্টন কৰি থকা বৈষ্ণৱ-তৰাসকলৰ ভিতৰৰে এজন

উদ্ধৱে বন্দিলা গোপীৰ ধূলি। আৰে মূঢ়জনে নিন্দে কি বুলি।
তীৰ্থ বুলি কৰে জলত শুদ্ধি। প্ৰতিমাত কৰে দেৱতা বুদ্ধি॥
বৈষ্ণৱত নাই ইসব মতি। গৰুতো অধম কৃষ্ণ বদতি॥
একান্তে যবে কৰ্ম্মমাত্ৰ কৰি। হৃদয়ে থাকিয়া বিদূৰ হৰি॥
বিষ্ণু ভকতক দেখিয়া হাসে। আপুনিও নষ্ট আনকো নাশে॥
কীৰ্ত্তন শুনিয়া সম্যকে মৰে। জানিবা নিতে মহাপাপ কৰে॥
হৰিধ্বনি শুনি বিহ্বল হই। হিয়াত তাৰ লাগে যেন জুই॥
সমস্ত শাস্ত্ৰত কৰিয়া সাৰ। পাষণ্ডমৰ্দ্দন নাম ইহাৰ।" কীৰ্ত্তন।

* "কৃষ্ণৰ চৰণে কৰি প্ৰণাম। পদ্মপুৰাণৰ সহস্ৰ নাম॥
আমি বিৰচিবোঁ কীৰ্ত্তন আৰ। শুনি পাতকৰ হয়ো নিস্তাৰ॥"
ৰত্নাকৰ কন্দলি। কীৰ্ত্তন।

আছিল গুৰিতে তেওঁ আৰু ব্যাসকলাই নামে আৰু এজন পণ্ডিত ব্ৰাহ্মণ শঙ্কৰৰ ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰত প্ৰধান সহায়ক আছিল। ব্ৰাহ্মণ কন্দলিয়ে কায়স্থ শঙ্কৰৰ শিষ্যত্ব প্ৰকাশ্যে গ্ৰহণ কৰিছিল নে নাই কব নোৱাৰোঁ, কিন্তু কাৰ্য্যত তেওঁ শঙ্কৰৰ প্ৰতি যে বৰ ভক্তিমান আছিল, আৰু সঙ্কীৰ্ত্তনাদি কৰি ধৰ্ম্মপ্ৰচাৰত শঙ্কৰৰ বৰ সহায় কৰিছিল, তাত সন্দেহ নাই। সেইদেখি তেওঁ শঙ্কৰৰ প্ৰিয়পাত্ৰ হোৱাত শঙ্কৰে যে তেওঁৰ ৰচনা আদৰ কৰি তেওঁৰ গ্ৰন্থৰ ভিতৰত ঠাই দিব তাত আচৰিত কি? ব্যাসকলায়ে কিন্তু শঙ্কৰৰ ওচৰত শৰণ লোৱাটো স্পষ্টকৈ লেখা আছে *। ৰত্নাকৰ কন্দলিৰ আৰু এটা নাম কবিশেখৰ বা সুকবিশেখৰ আছিল। তেওঁ এই দুই নামকে তেওঁৰ ৰচনাৰ ভণিতাত দিছে †।

ইয়াৰ পিছত গুৰেষা বৰ্ণন। শঙ্কৰদেৱে ব্ৰহ্মপুৰাণৰপৰা এই গুৰেষা বৰ্ণন ৰচনা কৰিছে।

---

"প্ৰভাতে কৰিয়া স্নান লৌহিত্যৰ জলে। বাজিত বসন্ত সবে মহা কৌতুহলে॥
শঙ্কৰ মাধৱ দুয়ো তহিতে বসন্ত। মাঘ স্নান কৰি সবে গীতাক শুনন্ত॥
ৰত্নাকৰ কন্দলি পঢ়ন্ত গীতা তয়। বিয়াসকলাই নামে জনেক আছয়॥
তাৰ সম গুণী নাই জাতিত ব্ৰাহ্মণ। শঙ্কৰদেৱত তেহোঁ লৈলাছে শৰণ॥

দৈত্যাৰি ঠাকুৰ।

† "সুকবিশেখৰ তুৱা দাসৰ যে দাস।
কাতৰ কৰোহোঁ দিয়া চৰণত বাস॥

* * * * *

সুকবিশেখৰে কহে নিশ্চয়।
কেহো নকৰিবা আন্ত সংশয়॥

* এহ ওবেষা বৰ্ণনতে কীৰ্ত্তন সমাপ্ত। শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত হৰিবিলাস আগৰৱালা ডাঙৰীয়াই ছপোৱা কীৰ্ত্তনত শ্ৰীধৰ কন্দলি বিৰচিত "ঘুমুচা কীৰ্ত্তন" বুলি এছোৱা ইয়াৰ পিছত দিয়া হৈছে। হাতে-লেখা অনেক কীৰ্ত্তন পুথিতো কীৰ্ত্তনৰ সামৰণি ঘুমুচা যাত্ৰাত হে কৰা হৈছে। কিন্তু কমলাবাৰী আদি প্ৰধান প্ৰধান মহা পুৰুষীয়া সত্ৰত নাম-প্ৰসঙ্গত এহ ঘুমুচা যাত্ৰা ব্যৱহাৰ কৰা নহয়। ইাৰ কাৰণ বিচাৰিলে স্পষ্ট দেখিবলৈ পোৱা যায় যে সি বাস্তবিক কীৰ্ত্তনৰ ভিতৰত সোমাবৰ উপযুক্ত নহয়। তাৰ ৰচনা প্ৰণালী কীৰ্ত্তনতকৈ তল খাপৰ। তাৰ বাহিৰেও কীৰ্ত্তনৰ প্ৰধান লক্ষণেৰে স বিবৰ্জ্জিত সেহদেখি সেইছোৱা মহাপুৰুষীয়া ঘাহ সত্ৰৰ সন্ত-সাধুসকলৰ ব্যৱহাৰৰ্ কৰা স্বভাৱতে বাদ পৰিছে। ঘুমুচা যাত্ৰা ..ণতা ভক্ত কন্দলিৰ প্ৰাৰ্থনা এৰাব নোৱাৰি শঙ্কৰদেৱে যদি তাক কীৰ্ত্তনৰ শেহত ঠাহ দিছিল, তথাপি সি কাৰ্য্যত অনাদৰণীয় হৈ পৰিল। বিশেষ ওবেষা বৰ্ণনতে কীৰ্ত্তন সমাপ্ত হৈছে।

শ্ৰীধৰ কন্দলি বিখ্যাত "কাণ-খোৱা" পুথিৰ ৰচক। মহাভাৰতৰ অশ্বমেধপৰ্ব্বৰ পদ এৱেঁই কৰিছিল। ওপৰত কৈ অহা "ঘুমুচা

দ্বিজ কবিশেখৰে কহিলা হেন সাৰ।
হৰিনাম লৈয়া সবে হয়োক নিস্তাৰ॥" কীৰ্ত্তন।

* * * * *

"বত্নাকৰ কলিন্দি কহিলা হেন সাৰ।
ৰাম নাম বিনা নাই সংসাৰ বিস্তাৰ॥" কীৰ্ত্তন।

* * * * *

* "ওবেষাৰ কীৰ্ত্তনক শুনিয়ো লোকাই।
শঙ্কৰে ৰচিলা ব্ৰহ্মপুৰাণক চাই॥" কীৰ্ত্তন।

যাত্ৰা” পুথিও এৱেঁই কৰিছিল। জগন্নাথপুৰাণৰপৰা এই ঘুন্নুচা যাত্ৰা তেওঁ ৰচনা কৰিছিল বুলি তেওঁৰ ভণিতাত আছে—

“শুনিয়োক নৰ নাৰী হুয়া একমন। জগন্নাথ পুৰাণৰ কথা বিতোপন॥ নাৰদৰ আগে যেবে ব্ৰহ্মায়ে কহন্ত। জগন্নাথ যাত্ৰা ঘুন্নুচাৰ গৃহাগত॥ মাধৱৰ পাদপদ্ম চিন্তিয়া মনত। মতি অনুসাৰে নিবন্ধিলোঁ পদ যত॥ নিবন্ধিলোঁ শ্লোক অৰ্থ অৱগাহি। নকৰিবা নিন্দা মোক শাস্ত্ৰক নাচাহি। আনো শাস্ত্ৰ মত আনি মিশ্ৰ কৰি মাজে। পদ্যাৰ্থে ৰচিলোঁ যেবে বুজে সামৰাজে”—ঘুন্নুচা।

শঙ্কৰদেৱ ঢুকুৱাৰ পিছলৈকে কীৰ্ত্তন পুথিখনৰ একো একো ছোৱা একো একো ঠাইত আছিল, গোটেই খন পুথি একে ঠাইতে নাছিল। কেতবোৰ হাজত, কিছু মান দক্ষিণ কুলত, বৰনগৰত, বৰপেটাত, উজানত কালজাৰত আছিল। শঙ্কৰদেৱে তেওঁৰ মৃত্যুৰ কিছুকালৰ আগেয়ে কীৰ্ত্তন পুথিখন গোটাই একে ঠাই কৰিবলৈ মাধৱদেৱক কৈছিল, কিন্তু মাধৱদেৱ বেহাৰলৈ যাব লগীয়া হোৱাত, ইচ্ছা থকাতো তেওঁ সেই কাৰ্য্য কৰি উঠিব পৰা নাছিল। মাধৱদেৱ বেহাৰত থাকোঁতেই তেওঁৰ ভাগিনিয়েক ৰামচৰণ ঠাকুৰে প্ৰায় এবছৰ ফুৰি পুথিখন একে ঠাই কৰি বেহাৰত মাধৱদেৱক দিলত মাধৱদেৱে আনন্দত নৃত্য কৰিবলৈ ধৰিলে। * কীৰ্ত্তনৰ

* পাছে কতো দিনে, শ্ৰদ্ধা ভৈল মনে, ৰামচৰণৰ জনে।
ঠাই ঠাই মোৰ কীৰ্ত্তন আছয়, কৰোঁ আনি এক থানে॥
কতো আছে হাজো, দক্ষিণ-কুলতো কতো বৰনগৰত।
কতো বৰপেটা, অসম ৰাজ্যত, কতোহো কালজাৰত॥
বছৰেক মান ফুৰি একখান কৰিলা মোৰা কীৰ্ত্তন।
মাধৱদেৱক পুনু দেখিবাক গৈলন্ত ৰামচৰণ॥

ৰচনা প্ৰণালী কেনে শুৱল', কেনে কবিত্বপূর্ণ আৰু সি কেনে (**Master-mind**) প্ৰতিভাশালী লোকৰ ৰচনা, তাক যি পঢ়িছে সিয়েই সেই কথা ভালকৈ অনুভৱ কৰিছে, অকল আমি নহয়। সুন্দৰ সংক্ষেপ কথাৰে কেনেকৈ তাত ভগৱন্তৰ দশ অৱতাৰ বৰ্ণনা কৰা হৈছে, পঢ়িলে মনত অতুল আনন্দৰ উদ্রেক হয়। জয়দেৱৰ "প্ৰলয় পয়োধিজলে ধৃতবানসি বেদং," ইত্যাদি—সুললিত সংস্কৃত কবিতাৰে হে ইয়াৰ তুলনা হয়। আৰু এটা কথা সদায় দেখা যায়, যে শঙ্কৰদেৱে সংস্কৃত শ্লোকৰ যত পদলৈ ভাঙনি কৰিছে, সংস্কৃতশ্লোকটোৰ যদি দুই চৰণ বা চাৰি চৰণ থাকে, তেন্তে প্ৰায় তেওঁৰ পদৰো তেনেকুৱা দুফাকি বা চাৰি ফাকি হে হয। বিশেষভাৱে তাৰ ভিতৰলৈ নগৈ ডোখৰচেৰেকলৈ পাঠকৰ মন আকৰ্ষণ কৰিম। —"প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন। সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ" তাৰ এই আৰম্ভনেই এক মূহুৰ্ত্তৰ ভিতৰতে পাঠকক এজন অনাদি অনন্ত সৰ্ব্বশক্তিমান সৰ্ব্বব্যাপী

মাধৱদেৱে পুথিখন পাই—
"দেখি পুথিখান আনন্দিত মন, তাৰক্ষণে উঠিলন্ত।
শিৰৰ ওপৰে, পুথিখান থবি আনন্দতে নাচিলন্ত॥
বোলা উচ্চ কৰি, কেন উপকাৰী আমাৰ ৰামচৰণ।
দেখা দেখা লোক, কহোঁ শুনিলোক, পূৰ্ব্বে এহি পুথিখান॥
পায়া সংসাৰক আমি পাশৰিলোঁ, ইটো থানে থানে গৈল।
আৰু এক থান কৰিবাক প্ৰতি পূৰ্ব্বে মোৰ মন ভৈল॥
এতেকে ই বাজো আইলোঁ, এক থান কৰিবাক নাপাৰিলোঁ।
ৰমাচৰ্ণে আৰু এক ঠাই কৰি মোবেসে কাম কৰিল॥
এহিবুলি পুথি মেলি চাহিলন্ত, কৈত কোন কথা আছে।
যৈত যিবা কথা পৈৰে লাগে থৈছে, বিচাৰি দেখিলা পাছে॥"　　দৈত্যাৰি।

পৰমব্ৰহ্ম ঈশ্বৰৰ ওচৰলৈ লৈ যায়; আৰু সুললিত হৃদয়স্পৰ্শী গন্তেৰে; দাত-ভাগি-যোৱা দুৰ্ব্বোধ্য দুৰ্লঙ্ঘ্য শব্দসমষ্টিৰে নহয়; অথচ তাত তাৰ লালিত্য, কবিত্ব আৰু ভাবৰ অলপো ব্যাঘাত নহয়। যেনে,—"ন গঙ্গা ন গয়া সেতুং ন কাশী নচ পুষ্কৰং জিহ্বাগ্রে বৰ্ত্ততে যস্য হৰিৰিত্যক্ষৰং দ্বয়ং" ইয়াৰ তেওঁ কৰা পদ —,"হৰি হেন ইটো দুগুটি অক্ষৰ জিহ্বা অগ্রে থাকে যাৰ। গঙ্গা গয়া কাশী পুষ্কৰ সেতুক যাইবাক নালাগে তাৰ॥"—"যাহাৰ মুখত থাকে হৰি হেন নাম। গঙ্গা গয়া কাশী পুষ্কৰতো নাহি কাম॥" প্ৰতিভাশালী ওথ শ্ৰেণীৰ পণ্ডিত কবিৰ ৰচনাৰ বিশেষত্বই এই। বৈকুণ্ঠৰ আৰু বৈকুণ্ঠনাথৰ বৰ্ণনা কেনে সুন্দৰ চোৱাঁ,—"বৈকুণ্ঠ নামে আছে মহা থান॥ শাৰী শাৰী ৰঞ্জে বিমান চয়। বৈদূৰ্য্য হীৰা মৰকতময়॥ চন্দ্ৰ সূৰ্য্য যেন প্ৰকাশে আতি। নাজানি যাত পশি দিন ৰাতি॥ চাৰু সৰোবৰ নিৰ্ম্মল জল। সুগন্ধি পদ্ম শোভে উতপল॥ আছে ৰাজহংস সমূহে ৰঙ্গি। লীলায়ে মৃণাল ভূঞ্জে উভঙ্গি॥ পাৰে পাৰিজাত মলয়া বায়। চটকে ত্যজে সুললিত ৰায়॥ ভ্ৰমৰগণে গায়ে হৰি গীত। বৈষ্ণৱগণ শুনি আনন্দিত॥ হেন বৈকুণ্ঠৰ মাজত পাছে। উচ্ছ্ৰিত ৰত্ন-মন্দিৰেক আছে॥ বৈদূৰ্য্যস্তম্ভ স্ফটিকৰ বাৰ। মাণিক্য কপাট হীৰাৰ দ্বাৰ। কাটিলা জিঞ্জিৰী সুবৰ্ণাৱলী। বিচিত্ৰ মণি মৰকত স্থলী॥ পদ্মৰাগ ৰত্নে লগাইল চৌতি। কোটী সূৰ্য্য যেন গৃহৰ জ্যোতি। বিচিত্ৰ চন্দ্ৰাতপ আছে টানি। আৱিল মুৰাৰি মুকুতা মণি। হেন মন্দিৰে ৰত্ন-সিংহাসনে। আছন্ত বসি প্ৰভু নাৰায়ণে। চৌপাশে সেৱে পাৰিষদ যত। মৌক্তিক-ছত্ৰ

ধৰি ওপৰত॥ ধৱল চমৰে দুপাশে বিঞ্চে। সঘনে সুৰভি কুসুম সিঞ্চে॥ চৰণে অনেক ভকতিভাৱে। উপাসন্ত লক্ষ্মী জগত-মাৱে॥ চৈতন্যময় শুদ্ধ ৰূপ ধৰি। পৰম আনন্দে আছন্ত হৰি॥ অতি চমৎকাৰ ৰূপ বিপুল। কন্দৰ্প কোটী যাক নোহে তুল॥ কোটী ইন্দুসম আছে প্ৰকাশি। স্মৰণে দহয় পাতক ৰাশি॥"—(কীৰ্ত্তন)। বৈকুণ্ঠত থকা শ্ৰীকৃষ্ণৰ কেনে ৰূপ ভকতে ধ্যান কৰিব লাগে চোৱাঁ।—"স্থিৰ বুদ্ধি কৰি ভকতজনে। প্ৰত্যেক অঙ্গক চিন্তিব মনে॥ চৰণ-পদ্ম দেখি সুখী হুই। অৰুণ অতি পদতল দুই। অঙ্কুশ পদ্ম ধ্বজ বজ্ৰ যৱ। দেখি চিহ্ন তাতে মিলে উৎসৱ॥ চৰণ-পঙ্কজ আছে প্ৰকাশি। অঙ্গুলিপান্তি তাৰ ভৈল পাসি॥ দেখিয় ৰত্নৰ পাকৰি নয়॥ প্ৰকাশে তাতে নখ-চন্দ্ৰচয়। ৰতনে উজ্জ্বল উজলি সত। নূপুৰ প্ৰকাশে পাদপৃষ্ঠত॥ ৰত্নৰ যোড়ৰ জ্বলে জঙ্ঘাত। উৰু কৰীকৰ সম সাক্ষাত॥ কটিত প্ৰকাশে বসন পীত। বান্ধিছে মেখলা ৰত্নে ৰঞ্জিত॥ নাভি-সৰোৰুহ ৰুচিৰ কান্তি। হৃদয়ে প্ৰকাশে শ্ৰীবৎসপান্তি॥ উৰুস্থলে লক্ষ্মী দিলন্ত দেখা। কষটিত যেন সোণৰ ৰেখা॥ পীত বস্ত্ৰে শোভে শ্যামল কায়। তড়িত জড়িত জলদ প্ৰায়॥ বহল হৃদয়ে মুকুতা হাৰ। প্ৰকাশে জিলিমিলি পেচন্দাৰ॥ চিকিমিকি কৰে ৰত্ন উজ্জ্বলা। আপাদলম্বী গলে বনমালা॥ তাহাৰ মধুগন্ধে হুয়া ভোল। বেঢ়িয়া মধুকৰে কৰে ৰোল॥ চাৰু চতুৰ্ভুজ শোভে সুঠাম। ললিত বলিত নীল মোলান॥ কেয়ূৰ কঙ্কন বলয়া তাত। প্ৰকাশে নৱ কিশলয় হাত॥ ৰত্নৰ শলাকা অঙ্গুলিপান্তি। আঙ্গুঠিচয় তাতে কৰে কান্তি॥ অৰুণ নখ চন্দ্ৰমাৰ শাৰী। শঙ্খ চক্ৰ গদা পঙ্কজ-

ধাৰী॥ গলত গলপতা সাতসৰি। উৰে নৱগুণ পীত উত্তৰী॥ শ্যামল শৰীৰে শোভে অধিক। ময়ূৰপুচ্ছ যেন চিকমিক॥ কম্বুকণ্ঠে শোভে কৌস্তুভমণি। প্ৰভাতে উদিত আদিত্যজিনি॥ পূৰ্ণচন্দ্ৰ ৰুচি মুখমণ্ডল। কৰ্ণত মকৰ দোলে কুণ্ডল। তাৰ ৰশ্মি জ্বলে গণ্ড পাণ্ডুৰ। ৰুচিৰ চিবুক চাৰু অধৰ॥ প্ৰৱাল ৰত্নে যেন কৰে কান্তি। সুন্দৰ দন্ত মুকুতাৰ পান্তি॥ সদায় মুগুচে ঈষত হাস। নাসা তিলফুল সম প্ৰকাশ॥ অৰুণ লোচন পঙ্কজ পাসি। ধনুসম আছে ভ্ৰূৰ প্ৰকাশি॥ ৰত্নময় কৰে তিলকে কান্তি। কপালে লম্বিত অলকা পান্তি॥ ৰত্নে শিৰে ৰত্নময় মুকুট। চুড়ামণি ৰত্নে প্ৰকাশে জুট। তাৰ মাজে ৰত্ন পঙ্কজ মালা। উজ্জ্বল মুখ লাগি তাৰ জ্বালা॥ হেন মনোহৰ ৰূপ নিৰক্ষি। থাকিব সমস্ত অঙ্গক দেখি॥ মস্তকৰপৰা পদ পৰ্য্যন্তে। নমাইবে মনক দুনাই দেখন্তে॥ ধ্বজ বজ্ৰ যৱ পঙ্কজ যাৱে প্ৰদক্ষিণে নমি পৰিব পাৱে॥” কৃষ্ণৰ এনে কবিত্বময় ৰূপৰ বৰ্ণনা পৃথিবীৰ কেইজন কবিয়ে এনেকৈ অলপ কথাৰ ভিতৰতে কৰিব পাৰে? তলত দিয়া যমদূতৰ ভয়ঙ্কৰ অথচ অতি চমু বৰ্ণনা পঢ়িলে ভয়ঙ্কৰ যমদূত আগতে থিয় হৈছে যেন লাগে।—“অনেক অধৰ্ম্ম কৰন্তে বিপ্ৰৰ আয়ু ভৈল সমাপত। ভয়ঙ্কৰ তিনি গোটা যমদূত আগে ভৈল উপগত॥ হাতে পাশ জৰী, চক্ষু টেৰ কৰি, স্থূলন্তৰ তাৰ জাঙ্গ। কৃষ্ণবৰ্ণ কায় দেখি ধাতু যায়, হাতত লোহাৰ ডাঙ্গ॥ ব্ৰাহ্মণক ধৰি, জীৱ বাজ কৰি বান্ধিলেক হাতে তুলি। ভয়ে অজামিলে পুত্ৰক ডাকিলে, আইস নাৰায়ণ বুলি॥” হিৰণ্যকশিপুৰ ক্ৰোধ আৰু তপস্যাৰ সংক্ষেপতে

কেনে অনন্ত বর্ণনা চোৱাঁ।—"শুনিয়া হিৰণ্যে ভ্ৰাতৃৰ বধ। ক্ৰোধে আৰকত চক্ষু তবধ॥ শূলক তুলি গৰ্জ্জি দৈত্যনাথ। দশন কামুৰি ঝঙ্কাৰে মাথ। দামৱগণক মাতে সম্বোধি। মাৰিয়োঁ বৰাহক শূলে বিন্ধি॥.. ...কথায়ে আশ্বাস কৰি দিতকি। তপক মনে গৈল মন্দৰক॥ আকাশ চাহ উৰ্দ্ধবাহু হুই। থাকিল ভূমিক অঙ্গুষ্ঠে চুই॥ জটাৰ দীপিতি দেখন্তে ত্ৰাস। প্ৰলয় সূৰ্য্যৰ যেন প্ৰকাশ॥ ব্ৰহ্মাক চিন্তিয়া আছে মনত। বহি গৈল দিব্য বৰিষ শত। ঢাকিল তনু উই মাটি তুলি। শৰীৰৰ মাংস খাইলে সমূলি॥ গজিল তাক ঢাকি বেক জাৰ। তথাপি কটাক্ষ নাহিকে তাৰ॥ শিৰত বহ্নি বজাই তমোময়। তাৰ তাপে ভৈল জগতে ভয়॥ সঘনে ভূমি কম্পে নিৰন্তৰ। খলকিল ত্ৰাসে সাতো সাগৰ॥ সঞ্চাৰে তাৰা গ্ৰহ অসংখ্যাত। দশো দিশে ভৈল উলকা পাত॥" তলত দিয়া নৰসিংহৰ মূৰ্ত্তিৰ বৰ্ণনা পঢ়িলে গাৰ নোম শিয়ঁৰি উঠে। যি ভাষাত ভয়ানকৰো এনে বৰ্ণনা হব পাৰে, সেই ভাষা তুখীয়া বুলি কোৱাটোও ভয়ানক কথা।—"ঘোৰ মূৰ্ত্তি ধৰি নৰসিংহ ভৈল বাজ। মহাত্ৰাসে কম্পে দেখি দানৱসমাজ॥ তপ্ত সুবৰ্ণৰ বৰ্ণ জলে চক্ষু দুই। পৰ্ব্বত সমান কায় আছে স্বৰ্গ চুই॥ শৰীৰৰ লোম চন্দ্ৰ-সম শুক্ল বৰ্ণ। তুলি আছে উৰ্দ্ধক তবধ দুহ কৰ্ণ॥ বাইল মুখ যেন গিৰি গহ্বৰ পৰাই প্ৰচণ্ড বতাস যেন নিশ্বাস বজাই॥ প্ৰকাশয় কেশ শিৰে ৰবিৰ কিৰণ। ভ্ৰূকুটিকুটীল মুখ বিকট দশন॥ লহ লহ কৰে জিহ্বা যেন ক্ষুৰ-ধাৰ। জলে বাহু শত-তীক্ষ্ণ নখে চমৎকাৰ॥ বহল হৃদয় গ্ৰীৱা কৃশ কটি। জিহ্বা

মেলি আছে দুই দশন প্ৰকট॥” হিৰণ্যকশিপুৰে সৈতে নৃসিংহৰ যুদ্ধবৰ্ণনা।—“মনে বিমৰিষি পাছে গদাক উচ্চাই। দানৱ-মাতঙ্গ গৈল নৃসিংহক ধাই। নেদেখিয় দৈত্যজ্ৰক নৃসিংহৰ পাশো লুকাই পতঙ্গ যেন অগণিত জাসে॥ ছিদ্ৰ চাই পাক ফুৰে দৈত্য দুৰাচাৰ। নৃসিংহক দিলে ঘোৰ গদাৰ প্ৰহাৰ॥ এড়াইলন্ত নৰসিংহে কাতি কৰি কায। পাঁজৰত ফুৰে দৈত্য পতঙ্গ পৰাই॥ গদায়ে সহিতে ধৰিলন্ত দিয়া চাম্প। গৰুড়ৰ হাতত বাজিল যেন সৰ্প॥ এড়াইল হাত দৈত্য আৰিমুৰি কৰি। লীলায়ে এড়িল তাক অপুনি নৃহৰি।.. ..দৈত্যশ্বৰে বোলে বল কটালিলোঁ। আৰ কৈক যাহবি নৰসিংহ কৰিবোঁ। দোহাৰ॥ এহি বুলি খাণ্ডা বাক ধৰি সেহি চেগে। শ্ৰম কৰি পক্ষী যেন ধাইল মহাবেগে। ঘোৰ নাদ ত্যাজি অধো উৰ্দ্ধে ফুৰে পাক। বাকতে লুকায় কায় নাকলিল তাক। প্ৰহাৰিবে লাগি ছিদ্ৰ চাৱে মহা শূৰ।.. দানৱ ফুৰন্তে যেবে আছে। দেখি খঙ্গে নৰসিংহে পাছে॥ কম্পাহ শিৰ কেশৰ উল্লাসি। তুলিলা আটোপে ঘোৰ হাসি॥ স্বৰ্গকো ভেদিল ঘোৰ ৰিঙ্গে বেগে চাম্প দিয়া নৰ সিংহে॥ আলগতে দৈত্যাক ধৰিল। নাহি মাত চেতন হৰিল॥ সৰ্পে যেন ধৰিল ইন্দুৰ। নিশবদ দানৱ দন্দুৰ॥ সাধিবাক লাগি দেৱ কাজ। দ্বাৰত কৰিল তাক বাজ॥ চিত কৰি উৰুত থাপিল। নখে তাৰ হিয়া বিদাৰিল॥ যেহেন সৰ্পক পাৱে ভিৰি। গৰুড়ে পেলাইল ঠোটে ছিৰি॥ চক্ষুপকাই দৈত্য-অন্তকাৰী। চেলেকন্ত জিহ্বায়ে কোৰাৰি॥ ৰুধিৰে দিগিধ দেহা হুই। শিৰত মেৰাইল অন্ত্ৰ দুই॥.. ..দৈত্য জিনি ত্যজিলা আটাস। পলায় দিগ্‌গজ

হুয়া ত্রাস। ঝঙ্কাৰন্তে শিৱৰ কেশৰ। উৰায় সবে বিমান স্বৰ্গৰ॥ পলকে সাগৰ শ্বাস লাগি। বেগত পৰ্ব্বত পৰে ভাগি॥ নৃসিংহৰ চৰণৰ গতি। টলবল কৰে বসুমতী॥ চক্ষুৰ বশ্মিৰ ভৈল ছন্ন। নিস্প্ৰভ সমস্ত গ্ৰহগণ॥”

তলত দিয়া, ক্ষীৰ সাগৰৰ আৰু তাৰ মাজৰ ত্ৰিকুট পৰ্ব্বতৰ কবিত্বপূৰ্ণ বৰ্ণনা পঢ়িলে মুগ্ধ হব লাগে।– ক্ষীৰসাগৰৰ মাঝে ত্ৰিকুট পৰ্ব্বত। প্ৰকাশন্তে আছে তিনি লোকত বেকত। সুবৰ্ণ ৰজত লোহা জ্বলে তিনি শৃঙ্গ। চক্ষুত জমক লাগে দেখিতে বিৰিঙ্গ॥ আন যত শৃঙ্গ ৰত্নে কৰে তিৰিমিৰি। দশোদিশ প্ৰকাশিয়া শোভে শুক্ল গিৰি॥ অযুত যোজন যুৰি জ্বলে গিৰিবৰ। উচ্চ্ৰত দেখিয়া দশ হাজাৰ প্ৰহৰ। ক্ষীৰ সাগৰৰ ঢউ চৌভিতি উথলে। পখালে পৰ্ব্বত সুশীতল দুগ্ধজলে॥ থানে খানে আছে ভূমি অনেক উদ্যান। ফুলে জকমক গন্ধে নাহিকে সমান॥ নদী নদ অশেষ বিশেষ সৰোবৰ। স্ফটিক নিৰ্ম্মল জল দেখি মনোহৰ॥ বিদ্যাধৰী সবে তাত নামি কৰে স্নান। পখালি শৰীৰ বহে সুগন্ধিত ঘ্ৰাণ॥ পৰম অমূল্য গন্ধ উথলে সদায়। দশ দিশ যুৰি তাৰ গন্ধ বহি যায়। দেখি সুশোভন বন নব উপবনে। যাত নিতে ক্ৰীড়ে দেৱ দিব্য নাৰীগণে॥ শাল তাল তমাল মন্দাৰ পাৰিজাত। চম্পক অশোক আনো পুষ্প অসংখ্যাত॥ আম, জাম, নেবু, জৰা, জামীৰ খাজুৰী। বেল নাৰিকল তাল তাম্বুল পাকড়ি। অগুৰু চন্দন পদ্ম সৰল সোণাৰু আনো যত তৰু সব যেন কল্পতৰু॥ ছয় ঋতু এক স্থানে বসন্ত উদয়। ভ্ৰমৰে গুঞ্জৰে কুলি পঞ্চম পূৰয়। বহয় মলয় বায়ু আমোদিত মন। নৃত্য গীত কৰে তৈত অপেসৰা।

গণ। হৰিগুণ গীত গাৱে গন্ধৰ্ব্ব কিন্নৰ।" আৰু এঠাইত এখন উপবনৰ বৰ্ণনা চোৱা।—"পাছে ত্ৰিণয়ণ দিব্য উপবন দেখিলন্ত বিদ্যমান। ফল ফুল ধৰি জকমক কৰি আছে যত বৃক্ষমান॥ শিৰীষ সেউতী তমাল মালতী লৱঙ্গ বাগী গুলাল। কৰবীৰ বক কাঞ্চন চম্পক ফলভাৰে ভাগে ডাল। সেৱালী নেৱালী পলাশ পাৰলী পাৰিজাত যুতী জঁাই। বকুল বন্ধুলী আছে ফুলি ফুলি তাৰ সীমা সংখ্যা নাই। কনৌৰ কনাৰী কদম্ব বাবৰী নাগেশ্বৰ সিংহ-চম্পা। অশোক অপাৰ, দেৱাঙ্গ মন্দাৰ মণিৰাজ ৰাজচম্পা॥ কুন্দ কুৰুবক কেতেকী টগৰ গন্ধে মোহে বহুদূৰ। গুটিমালী ভেটি ৰঙ্গণ ৰেৱতী মকৱা মধাই ধুস্তুৰ। চন্দন অগুৰু দিব্য কল্পতৰু দেৱদাৰু পদ্ম বসি। প্ৰতি গাছে গাছে ভিস্তা বান্ধি আছে সুবৰ্ণ মাণিকে খচি॥ মণি মৰকত স্থলী নানা মত দীপ্তি কৰে তাৰ কাছে। মহা মনোহৰ দীঘি সৰোবৰ তাৰ মাঝে মাঝে আছে। চাৰিও কাষৰে পোৱাল বাখৰে বন্ধাইছে বিচিত্ৰ কৰি। বৈদূৰ্য্যৰ বাট, স্ফটিকৰ ঘাট, মৰকত খাট পৰি॥ সুবৰ্ণ কমল ভেট উতপল ফুলি ফুলি আছে ৰঞ্জি। শোভে চক্ৰবাক, ৰাজহংসজাক মৃণাল ভুঞ্জে উভজি॥ কোচা কঙ্ক বক বিবিধ চটক ভ্ৰমন্ত নিৰ্ভয় ভাৱে। অমৃত সমান জল কৰি পান ত্যজে সুললিত ৰাৱে। চাৰিও পাৰত দিব্য পুষ্প যত গন্ধে দশোদিশ বাসে। অনেক ভ্ৰমৰে বেঢ়িয়া গুঞ্জৰে মধুপান অভিলাষে॥ যত দিব্য পক্ষী ফল ফুল ভক্ষি কাঢয় সুস্বৰ ৰায়। কুহু কুহু ধ্বনি কোকিলৰ শুনি বহয় মলয়া বায়॥"

ওপৰত তুলি দিয়া উজ্জল ললিত বৰ্ণনা ছুডোখৰে পৃথিবীৰ সৰ্ব্ব-শ্ৰেষ্ঠ কবিৰ লেখনীকো সম্মানিত কৰিব পাৰে। যি অসমীয়া

ভাষাই এনে বৰ্ণনা হৃদয়ত ঠাই দিছে, সেই অসমীয়া ভাষা সম্পদত নিশ্চয় কুবেৰ। স্বভাব বৰ্ণনাৰ অমিয় মাধুৰী পানকৰোঁতা অসমীয়া কবিসকলে, শঙ্কৰদেৱৰ ৰচিত এই কাব্য-সৰোবৰত চিৰকাল "কোচা কঙ্ক বক বিবিধ চটক"ৰ দৰে নিৰ্ভয়ে ভ্ৰমি তাৰ "অমৃত সমান জল পান কৰি সুললিত" কবিতাৰ ৰৱ ত্যজি নিজক নিশ্চয় ধন্য কৰিব। শঙ্কৰৰ অমৃতনিস্যন্দিনী লেখনীৰপৰা ওলোৱা এই উপবনৰ জীৱন্ত চিত্ৰৰ তুলনা নাই। যেনে উজু শবদৰ সমাৱেশ, তেনে ৰচনাৰ লালিত্য, তেনে ছন্দৰ লহৰী। এই বৰ্ণনা পঢ়িলে কোনোবা ভাৰতীয় ৰাফেলে (**Raphael**) অঁকা উপবনৰ-চিত্ৰ পট যেন লাগে। অসমীয়া ভাষাক শঙ্কৰদেৱে যে কি ৰত্নেৰে বিভূষিত কৰি গৈছে, ভাবিলে শৰীৰ ৰোমাঞ্চিত হয়। সেই দেখি হে কওঁ, যি আসামদেশত কীৰ্ত্তন পুথিৰ নিচিনা গ্ৰন্থৰ জনম সেই আসাম দেশ সাহিত্যত কেতিয়াও দুখীয়া হব নোৱাৰে, যি ভাষা এনে ৰত্নেৰে খচিত ভাষা সেই ভাষা চিৰউজ্জ্বল। কি উচ্চ ভাব কি প্ৰাৰ্থনা, কি স্তুতি, কি করুণা, কি শোক, সকলো বৰ্ণনাতে শঙ্কৰদেৱে সুধা ফুটাই গৈছে। শঙ্কৰদেৱে যদি আন কোনো পুথি ৰচনা নকৰিলেহেঁতেন, আৰু আন কোনো কাম নকৰিলে হেঁতেন, তথাপি অকল এই কীৰ্ত্তনখনৰ বাবেই তেওঁ জগতত অমৰ হৈ থাকিলহেঁতেন। কিন্তু আসামে এনে ৰত্ন লাভ কৰিছিল, যে তেওঁ ইয়াৰ বাহিৰেও এনে অনেক পুথি ৰচনা কৰি গৈছে, অনেক কাম কৰি গৈছে যিবোৰে আসাম-আকাশ অনন্ত কাললৈকে পোহৰ কৰি থব। তেওঁ প্ৰচাৰ কৰা ধৰ্ম্মৰে সৈতে প্ৰীতি নথকাসকলৰ নিমিত্তে যদি তেওঁৰ প্ৰচাৰিত বৈষ্ণব ধৰ্ম্মকো তেওঁ

লোকৰ লেখৰপৰা বাদ দিয়া যায়, তেন্তেও তেওঁ ৰচা কীৰ্ত্তন, দশম, নাট, গীত, ভটিমাৰে জকমকীয়া অসমীয়া সাহিত্যৰ অমৃত-সমুদ্ৰৰপৰা তেওঁলোক কোনোমতে পাৰলৈ উঠিব নোৱাৰে। আসামত যি লোকে তাৰপৰা আঁতৰি থাকিব খুজিব তেওঁ গহন বনত চৰাই পহুৰে সৈতে বাস কৰি চকু মুদি বহি নাথাকিলে আৰু উপায় নাই; আৰু সেইদৰে থাকোঁতেও, সম্ভৱতঃ দূৰৈত খৰিকটীয়াই ৰিঙিয়াই গোৱা কীৰ্ত্তনৰ সুমধুৰ পদ তেওঁৰ কাণত নপৰাকৈ নাথাকে। শঙ্কৰদেৱৰ ৰচনাৰপৰা উদ্ধৃত কৰি সৌন্দৰ্য্য দেখুৱাবলৈ গলে অন্ত নপৰে। শ্ৰীমদ্ভাগৱতৰ বেদস্তুতিৰ কেনে সুন্দৰ ভাঙনি, চানেকী স্বৰূপে এডোখৰ তলত দিলোঁ,—"বুদ্ধি অহঙ্কাৰে আবৰিলে আতি মহা মূঢ ভৈলোঁ স্বামী। তোমাৰ অখণ্ড আনন্দ ৰূপক কিমতে জানিবোঁ আমি॥ দীন দয়াশীল, দিয়ো উপদেশ তোমাৰ চৰণে ধৰোঁ। শ্ৰৱণ কীৰ্ত্তন স্মৰণ ভক্তিক সদায় যিমতে কৰোঁ॥ মিছা তৰ্কবাদে ভৈল অন্ধকাৰ তাতে ভ্ৰমো মন্দমতি। তযু জ্ঞান-পথ খুজিয়া নাপাওঁ, কৰোঁ হৰি মোৰ গতি॥ তযু গুণ নাম মুখে নাছাৰোক, কৃপা কৰা চক্ৰপাণি। মাধৱ বামন গোবিন্দ বোলন্তে মুকুত হৈবোঁ কৈসানি॥ তুমি সত্য ব্ৰহ্ম, তোমাতে প্ৰকাশে জগত ইটো অসন্ত। জগততে সদা তুমিয়ো প্ৰকাশ অন্তৰ্য্যামী ভগৱন্ত॥ এতেকেসে জ্ঞানীগণে অৱশেষি জগতকে বোলে হৰি। আৰে জগজ্জীৱ তোমাৰ চৰণ ভজোঁ হৃদয়ত ধৰি। যত তপ আছে সমস্তে কৰোক পৰোক পৰ্ব্বতে উঠি। সমস্তে তীৰ্থত স্নানিয়া ফুৰোক, বেদক পঢ়োক তুষ্টি॥ যত যজ্ঞ আছে সমস্ত যজোক, কৰোক যোগ অভ্যাস। হৰিৰ কীৰ্ত্তন নকৰি

তথাপি নেৰয় মৃত্যুৰ ত্রাস ॥ নাহি দেহেন্দ্রিয়, সমস্ত কর্ত্তাৰ শক্তিক ধৰা অকলে। তুমিসি সর্ব্বজ্ঞ তুমি সৰ্ব্বকৰ্ত্তা তোমাক সেৱে সকলে ॥ যেন চক্রবর্ত্তী ৰাজাক যোগাৱে সামৰাজে কৰভাৰ। ব্রহ্মা আদি কৰি জীৱৰ ঈশ্বৰ তয়ু পাৱে নমস্কাৰ ॥ তোমাৰেসে মায়া কৰ্ম্মে বন্দী হুয়া সংসাৰে ওপজোঁ মৰোঁ। দুখ-সাগৰত ত্রাণ কৰা হৰি তোমাৰ চৰণে ধৰোঁ ॥ তুমি অন্তর্যামী সমস্ত লোকৰ তুমি মহেশ্বৰ দেৱ। তুমিসি সর্ব্বজ্ঞ নৃসিংহ তোমাক মনে কৰোঁ আমি সেৱ ॥ সংসাৰ-চক্রৰ কৰৱতে চিৰে নেৰে মহা মোহ ভয়। তোমাৰ চৰণে পশিলোঁ শৰণে ৰক্ষা কৰা কৃপাময় ॥ তুমি মহা গুৰু তোমাৰ চৰণে মন যদি লৱে বাস। তোমাৰ কৃপায়ে সবে 'সদ্ধি হৈব, নালাগে জ্ঞান অভ্যাস ॥ তুমি আত্মা তেন জানিয়া তোমাক চিত্তে ভজে যিটো জন। তুচ্ছ পুত্র দাৰা বিষয় ভোগত নাহি তাৰ প্রয়োজন। তোমাৰ নামক মুখে ফুৰোঁ গাই, হিয়ে তয়ু ৰূপ ধৰি। শুনে মানে ধ্বনি পলায় পাতক ডাকি বোলা হৰি হৰি ॥" "তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে সেহি পুণ্য সেহি তীৰ্থস্থান! তোমাৰ অমৃত কথা ধাৰায়ে বহয় যথা তাক যিটো কৰ্ণে কৰে পান ॥ এৰায় সংসাৰ ক্লেশ কুৎসিত বিষয় সুখে তাসম্বাৰ নুহি অভিলাষ। একবাৰ মাত্র তয়ু চৰণ চিন্তিলে যিটো, তাৰ সুখ নুহি গৃহবাস। অসন্ত জগতখান তোমাত উত্তৰ ভৈল সন্ত হেন প্রকাশে সদায় কৰ্ম্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে বেদৰ নুবুজে অভিপ্রায় ॥ তোমাৰ অদ্বৈত ৰূপ, পৰম আনন্দ পদ, তাতে মোৰ মগ্ন হোক চিত। ভৈলোঁহে দাসৰো দাস, জানি এবে নৰহৰি, আমাক নেৰিবা কদাচিত ॥ মুকুট কুণ্ডল যেন

সুবৰ্ণৰ ভিন্ন নুহি, মিছা মাত্র নাম ৰূপ যত। অহঙ্কাৰ পঞ্চভূত তোমাত পৃথক নুহি প্রভু পৰমাৰ্থ বিচাৰত। তোমাত পৰম জ্ঞান মাধৱ দিয়োক মোক যিটো খণ্ড সুখ দুখহীন। নুহি নাৰায়ণ দিয়া শ্রৱণ-কীৰ্ত্তন ভক্তি নোহোঁ যেন বেদৰ অধীন॥

ওৰেষা খণ্ডত ইন্দ্রদ্যুম্নৰ স্তুতি,—"মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ। স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ॥ চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন। তোমাক বুজিবে দ্বৈত কোন অজ্ঞজন॥ নিশ্চল নিৰ্ম্মল সূক্ষ্মৰূপ যিটো স্বামী। দেৱে নজানন্ত তাঙ্ক কেনে জানো আমি॥" "লভিলোহোঁ জন্ম প্রভু অসংখ্য প্রমাণ। পঢ়িলোহো বেদশাস্ত্র অনেক পুৰাণ॥ অসন্তোষ সন্তোষক লভিলোঁ অপাৰ। ক্ষয় বৃদ্ধি উদয়ক পাইলোঁ বাৰেবাৰ॥ সংযোগ বিযোগ শত্রু মিত্র বান্ধৱৰ। দেখিলোঁ সংসাৰে পিতৃ মাতৃক বিস্তৰ॥ সুখ দুখ অনুভৱ ভৈল অসংখ্যাত। পাইলোঁ পুত্র ভ্রাতৃ জ্ঞাতি অনেক ইহাত॥ বিষ্ঠা মূত্রে পচিলোঁ নাৰীৰ উদৰত। গৰ্ভবাস দুখ প্রভু পালোঁ নানামত॥ জানিলোঁহো দুখ শিশু যুবা বৃদ্ধকালে। মৰণ পীড়াক প্রভু জানিলোঁহো ভালে॥ কৃমি কীট হস্তী ঘোৰা মৃগ পশু পক্ষী। গৰু উট মহিষ পশুক যত দেখি॥ দ্বিজ শূদ্র ধনী দুখী তপস্বী যতেক। ৰাজা ৰাজভৃত্য অন্যো মনুষ্য অনেক॥ সবাৰে গৃহত বাৰে বাৰে ভৈলোঁ জাত। অনেকৰ ভৈলোঁ প্রভু ভৃত্য অসংখ্যাত॥ হওঁ কতো দৰিদ্র ধনৰ অধিকাৰী। কতো মোক মাৰে কতোময়ো আছোঁ মাৰি॥ মই আনি কাটোঁ কতো মোক ধৰি কাটে।" 'পিতৃ

মাতৃ ভ্ৰাতৃ ভাৰ্য্যাৰ সংযোগে কতোহো মিলে সন্তোষ। তাহাৰ বিয়োগে কতো শোকে কান্দো পায়া মহা অসন্তোষ॥... ..জল যন্ত্র চক্রে জবী বন্ধ হুয়া খণ্ড ঘট যেনমতে। কতো উৰ্দ্ধগতি কতো অধোগতি কতোহো থাকোঁ মধ্যতে॥ কৰ্ম্মে বন্ধ হুয়া সংসাৰচক্ৰত সেহিমতে ভগৱন্ত। ভ্ৰমো চিৰকাল, কদাচিত মই দুখৰ নেদেখোঁ অন্ত॥ মোক শোক তৃষ্ণা আকুল কৰয়, ভৈলোঁ অতি অচেতন। কিবা কৰোঁ আবে একোকে নাজানো, তোমাত লৈলোঁ শৰণ॥ তোমাৰ ভকত মই হওঁ যেবে, জগন্নাথ কৃপা কৰাঁ। সংসাৰসাগৰে মজিলোঁ মাধৱ আমাক প্ৰভু উদ্ধাৰাঁ॥ .. যেতে যেতে গৈয়া জন্ম লভোঁ মই আপোন কৰ্ম্মৰ গতি তৈতে তৈতে হৰি তোমাৰ চৰণে থাকোক দৃঢ ভকতি॥ .. স্তুতি কৰি বাক নোৱাৰে তোমাক ব্ৰহ্মাআদি দেৱজাক। মনুষ্য বুদ্ধিয়ে কোন মতে মই কৰিবো স্তুতি তোমাক॥ যিটো মূঢভাৱে কৰি লোঁহো স্তুতি তাক ক্ষমিয়োক মোক। যদি অপৰাধ কৰে তথাপিতো ক্ষমা কৰে সাধুলোক॥ হেন জানি প্ৰভু হুয়োক প্ৰসন্ন তোমাৰ ভকত আমি। ভক্তিভাৱে যিটো কৰিলোঁহো স্তুতি, সাঙ্গ হোক সবে স্বামী॥”

কেনে ওখ আৰু জটিল দাৰ্শনিক তত্ত্ব কেনে উজু ভাষাত প্ৰকাশ কৰা হৈছে! কেনে অন্তৰ্ণিহিত গভীৰ ভাব শুৱলা কথাৰে বাহিৰলৈ উলিয়াই স্তুতিৰ-নিজৰা বোৱাই দিয়া হৈছে। শঙ্কৰদেৱৰ প্ৰতিভাপ্ৰদীপ্ত হাতত পৰি দুৰূহ বিষয়ো কেনে সৰল আৰু সুললিত হয়! এনেজন প্ৰতিভাশালী পুৰুষ যদি মহাপুৰুষ নহয়, তেন্তে মহাপুৰুষ কোন?

কীৰ্ত্তনৰ ব্ৰহ্মাস্তুতিৰ এঠাইত আছে—"জ্ঞানপথ এৰি প্ৰভু তোমাৰ কথাক। কাযবাক্য মনে সেৱে যিটো সাধুজাক॥ যদ্যপি অজিত তুমি তিনিও জগতে। তথাপি তোমাক জিনে সেহিসে ভকতে॥ মুকুতি ৰসকো স্ৰৱে তোমাৰ ভকতি। তাক এৰি যিটো জ্ঞান-পথে কৰে ৰতি॥ ক্লেশ মাত্ৰ পাৱে সিটো নিষ্ফল প্ৰয়াসে। বাহানে পতান যেন তণ্ডুলক আশে॥"

জ্ঞান-পথতকৈও কায়-বাক্য মনে সেৱা কৰা ভক্তিৰ পথক শ্ৰেষ্ঠতা দিয়া কথাটো শঙ্কৰৰ লেখনীয়ে কেনে সুন্দৰকৈ প্ৰকাশ কৰিছে। ঈশ্বৰক অকল জানিবলৈ গলেই নহয়, কাৰণ সেইটো এক ৰকম অসাধ্য, গতিকে সেই প্ৰয়াস নিষ্ফল, সেই দেখি তেওঁত বিশ্বাস স্থাপন কৰি কায় বাক্য মনে তেওঁক ভকতি কৰি সেৱা কৰাই শ্ৰেয়ঃ; কাৰণ ভকতিয়েহে মুকুতিৰসক স্ৰৱায। বিশ্বাস কৰি ভক্তি কৰিহে ঈশ্বৰ-বস্তুক পোৱা যায়, জ্ঞানময় তৰ্কত নহয়। "বিশ্বাসে পাইবে বস্তু, তৰ্কে বহুদূৰ।"

হৰমোহনত ঋষিসকলে শঙ্কৰৰ বিপৰ্য্যয় অৱস্থা দেখি—"বিষ্ণু বিষ্ণু স্মৰি সবে চাপৰাইলা মাথ। কিনো বিপৰ্য্যয় ভোল ভৈগ গোৰীনাথ।" শঙ্কৰ-দেৱৰ শব্দ-যোজনা কেনে স্থানোপযোগী চোৱা। দ্বিতীয় তৃতীয় শ্ৰেণীৰ কৱিয়ে ইয়াত গোৰীনাথ শব্দটো ব্যৱহাৰ নকৰি কিজানি ভূতনাথ বা তেনে আন শব্দ ব্যৱহাৰ কৰিলেহেঁতেন; কিন্তু শঙ্কৰদেৱে জানে যে গোৰীনাথ শব্দটোহে এই সময়ত (**expressive**) অৰ্থপ্ৰকাশক।

"পুষ্পং প্ৰবালোপহিতং যদিস্যান মুক্তাফলং বা স্ফুটবিদ্ৰুমস্থম্।
ততোঽনুকুৰ্য্যাদ্বিশদস্য অস্যাস্তাম্ৰৌষ্ঠপৰ্য্যস্তৰুচঃ স্মিতস্য॥

*    *    *    *

সৰ্ব্বোপমাদ্ৰব্য সমুচ্চয়েন যথাপ্ৰদেশং বিনিবেশিতেন।
সানিৰ্ম্মিতা বিশ্বসৃজা প্ৰযত্নাদেকস্থ সৌন্দৰ্য্যদিদৃক্ষযেব।" (কালি-দাস)। এনে ৰূপৱতী গৌৰী ঘৰত থাকোঁতেও যে মহাদেৱে আন স্ত্ৰীৰ ৰূপ দেখি মুগ্ধ হৈছিল, এই কথা "গোৰীনাথ' শব্দটোৰে শঙ্কৰদেৱে সম্পূৰ্ণৰূপে বুজাই দিলে।

বিপ্ৰপুত্ৰ আনিবলৈ শ্ৰীকৃষ্ণই অৰ্জ্জুনেৰে সৈতে ৰথত উঠি যাওঁতে—"ধৰিল উত্তৰ দিশ পথ। অৰ্জ্জুনে ডাকন্তে যান্ত ৰথ॥

সাতোখান পৃথিবী এৰাইল। গৈয়া সাতো সাগৰ ছৰাইল॥
ধৰি মহা মনোজয় গতি। গৈলা লোকালোকৰ সিভিতি॥
পৰেশিলা ঘোৰ অন্ধকাৰে। ঘোৰা আৰ যাইবাব নাপাৰে॥
দেখি যোগেশ্বৰ হৰি। আগক হানিলা চক্ৰ ধৰি॥
মহা ৰশ্মি পুঞ্জে পোসৰাই। আগত কিৰণে ফাৰি যায॥"

"লোকালোকৰ সিভিতি"ত থকা ঠাইৰ এই উৎকৃষ্ট বৰ্ণনাত ভাবাৰ্থ প্ৰকাশক শব্দযোজনা দেখিলে আচাৰত মানিব লাগে। লোকালোকৰ সিভিতিৰ ঘোৰ অন্ধকাৰত প্ৰবেশ কৰিলত যেতিয়া ঘোৰা আৰু যাব নোৱাৰা হল, তেতিয়া আগলৈ চক্ৰ হানিলে। কোনে? যোগেশ্বৰে। মনোজয় গতি আৰু লোকালোকৰ সিভিতিৰ অন্ধকাৰ ভেদি পোহৰ উলিৱা কাম যোগবলেৰে বলী যোগেশ্বৰৰ হে; সেই দেখি কৃষ্ণ বা তেওঁৰ আন নামবাচক শব্দ ব্যৱহাৰ নকৰি এই খিনিত শঙ্কৰদেৱে যোগেশ্বৰ শব্দ ব্যৱহাৰ কৰিলে। সাধাৰণ কবিয়ে এনেবোৰ (**nice distinction**) সূক্ষ্ম প্ৰভেদলৈ দৃষ্টি নাৰাখে।

কীৰ্ত্তনৰ প্ৰহ্লাদচৰিত্ৰ ছোৱাত শঙ্কৰদেৱে দুই চাৰি উক্ত কথাৰে চাৰি সিদ্ধৰ এনে বৰ্ণনা দিছে, যে আন কবিয়ে কিজানি পুথিৰ দুপাত পুৰাই হে সেই কাম কৰিব পাৰিলেহেঁতেন। কাল মায়া আদিৰ অধিকাৰী কৃষ্ণ যেনে, কৃষ্ণৰ বৈকুণ্ঠধাম যেনে, তাত ফুৰোঁতা চাৰিজন নিৰ্ম্ময়া ঋষিও তেনে।—"পঞ্চ বৰষীয়া শিশু-শঙ্কাশ। নাহিকে বস্ত্ৰ সবে দিগবাস॥ আনন্দে লোকক চাহন্তে ফুৰি। দিনেক দেখিল বৈকুণ্ঠপুৰি॥ দেখিয়া পাছে হেন চাৰি সিদ্ধ। দেখন্তে শিশু বয়সত বৃদ্ধ॥"

বৈকুণ্ঠ পুৰীৰ প্ৰধান লক্ষণ কি?—"বৈকুণ্ঠ নগৰী নিপকম। নাহি যাত কালৰ বিক্ৰম॥" বৈকুণ্ঠত কেনে লোক থাকে? —"দূৰতে ধৰ্ম্মক পৰিহৰি। যিটো চিন্তে হৃদি ৰূপ ধৰি॥ নিতান্তে কীৰ্ত্তন মাত্ৰ কৰে। বৈকুণ্ঠত থাকে সিটো নৰে॥" বৈকুণ্ঠত বৈষ্ণৱসকলে যে হৰিগুণ গায়েই, ভোমোৰা আৰু চৰাই আদিয়েও গায় আৰু শুনে। "ভ্ৰমৰ-ৰাজে গায়ে হৰি গীত। যতেক পক্ষী তাতে দিয়ে চিত॥ নকৰে আবাৰ থাকে নিচুকে। কৃষ্ণৰ চৰিত্ৰ শুনে উৎসুকে॥"...মূৰ্ত্তি ধৰি বেদশাস্ত্ৰগণ। কৰে বেঢ়ি মহিমা কীৰ্ত্তন॥" দুৱৰী দুজনে এনে বৈকুণ্ঠৰ অনুপযুক্ত আচৰণ কৰা বাবে ঋষি চাৰিজনে তেওঁলোকক ঠিক কথাকে কৈছিল—"বৈষ্ণৱ বোলা তোৰা দুয়োজন। বৈকুণ্ঠবাসীৰ নুহি লক্ষণ। প্ৰশান্তপুৰুষ আনন্দময়। তাহাস্তো তোমৰা কৰা সংশয়॥ পাৰিষদ বোলাই কৰস চটি। নুহিকে বৈষ্ণৱ দুয়ো কপটী॥ বৈকুণ্ঠৰো আন দুৰ্যশ বৰ।"

বৈকুণ্ঠৰ অধিপতি যদিও নিৰাকাৰ, নিৰ্ব্বিকাৰ, তথাপি তেওঁ ভকতৰ অৰ্থে হে মূৰ্ত্তি পৰিগ্ৰহ কৰে—"ধৰিছা মূৰ্ত্তি ভকতৰ

পদে ॥” তেওঁক ভকতেসে পায, কৰ্ম্মীয়ে নাপায়। “সমস্ত ভূতৰে যদি তুমি হৃদিগত। তথাপী কৰ্ম্মীৰ মনে নুহিকা বেকত ॥ ভকতেসে পাৱে খুজি তুমি অন্তৰ্য্যামী।” ঈশ্বৰৰ চৰণত শৰণ লোৱা ভকতে স্বৰ্গসুখ যে নিৰ্বিচাৰেই মোক্ষ প্ৰসাদকো নামাগে। ভকতৰ হৈঁপাহ মাত্ৰ ঈশ্বৰৰ নাম শ্ৰৱণ কীৰ্ত্তনত। - “তোমাৰ পাৱত লৈলে যিজনে শৰণ তযু গুণ নাম কৰে শ্ৰৱণ কীৰ্ত্তন ॥ মোক্ষ প্ৰসাদকো প্ৰভু তোমাত নামাগে। ছাৰ স্বৰ্গ-সুখ কোন তাসম্বাৰ আগে। তযু গুণ নাম যদি কৰ্ণে থাকে ভৰি। সদায় বদনে যদি বোলে ৰাম হৰি ॥ চৰণকো নস্তে চিত্তে বিঘ্নিকো নগণি। নাৰকী জন্মতো তেবে আমাৰ বাঞ্ছনি ॥”

এফাকি দুফাকি উক্ত কথাবেই শঙ্কৰদেৱে কেনে গভীৰ তত্ত্ব বলকৈ প্ৰকাশ কৰিছে। অসমীয়া ভাষাক মহাপুৰুষ শঙ্কৰদেৱে পৃথিবীত উন্নত ভাষাবোৰেৰে সৈতে সমানে জোৰ মাৰিব পৰা কৰিলে।

—— ০ঃ*ঃ০ ——

# চতুৰ্থ আধ্যা।

শঙ্কৰদেৱে পাটবাউসীত থাকোঁতে আদ্যদশম পুথিখন ৰচনা কৰিছিল। বৰদোৱাৰ গুৰুচৰিত্ৰ পুথিত আছে,—“শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধৰ আগছোৱা ৰচনা কৰি অঁতাইছে, মাজ

আৰু শেষ হোৱা বাকী আছে; এনেতে এদিন শঙ্কৰদেৱৰ ভোজনৰ সময়ত অনন্ত কন্দলি উপস্থিত হৈ শঙ্কৰদেৱত জনালে 'বাপ! আজি আমি আপোনাৰ উচ্ছিষ্ট লবলৈ আহিছোঁ; অনুগ্ৰহ কৰি দিয়ক'। পুৰুষে ইঙ্গিত বুজিব পাৰি কলে—আমি এখনি কৰিলোঁ; দুখনি বাকী আছে'। শঙ্কৰদেৱে কন্দলিৰ আভ্যন্তৰিক ভাব জনা দেখি আচৰিত হৈ কন্দলিয়ে শঙ্কৰদেৱক প্ৰণাম কৰি কলে—'আপুনি সিদ্ধ পুৰুষ, ঈশ্বৰৰ অৱতাৰ, মনুষ্যভাৱে আপোনাকে দেখা উচিত নহয়। হে প্ৰভু, কৃপা কৰক, আপোনাৰ প্ৰসাদত যেন আমাৰ মনোভিলাষ পূৰ্ণ হয়। শঙ্কৰদেৱে 'তথাস্তু' বুলি কন্দলিক আশীৰ্ব্বাদ কৰিলে।.. এই কথা মাধৱদেৱে শুনি আক্ষেপ কৰি শঙ্কৰদেৱক জনালে,—'আগলৈ সুবিধামতে নচলিব; শ্ৰীগুৰুৰ শ্ৰীমুখৰ নিসৃত হোৱা হলে ভাল আছিল।' শঙ্কৰদেৱে উত্তৰ দিলে,—'কি কৰিবা, ভকতে বাঞ্ছা কৰা ফল দিব লাগে। বাৰু আমি এবাৰ দৃষ্টি কৰি দিয়া হব।'

শঙ্কৰদেৱ জীয়াই থাকোতে কিন্তু দশমৰ শেহভাগৰ ভাঙনি অনন্ত কন্দলিয়ে শেষ কৰিব পৰা নাছিল। শঙ্কৰদেৱৰ মৃত্যুৰ পিছত হে যে কন্দলিৰ ৰচনা শেষ হৈছিল সেই কথা কন্দলিৰ দশমৰ শেহৰ ভনিতাত স্পষ্ট:- শঙ্কৰদেৱ "কৃষ্ণ স্মৰি মৰি স্থিত ভৈল বৈকুণ্ঠত।"

আদ্য দশম ৰচনাৰ পিছতে শঙ্কৰদেৱে মাধৱদেৱ আদিৰে সৈতে দ্বিতীয়বাৰ তীৰ্থলৈ গৈছিল অনুমান হয়। শঙ্কৰদেৱে পুৰীত সমুদ্ৰত স্নান কৰোঁতে সাগৰৰ ঢৌ লোৱাৰ সময়ত "সাগৰজুলি কাপোৰ" পাই সেই কাপোৰৰ একোডোখৰ সকলো ভকতক ভগাই দিছিল,

আৰু তাৰে এডোখৰ মাধৱদেৱে দশম পুথি মেৰাই থবলৈ ৰাখিছিল। এই কথাৰ পৰা অনুমান হয় যে দশমখন তেতিয়া নতুনকৈ ৰচনা কৰা পুথি দেখি তাৰ ওপৰত মাধৱদেৱৰ মৰম বেছি হৈছিল শঙ্কৰদেৱে এইবাৰ ১৫৩৩ খৃষ্টাব্দত তীৰ্থ লৈ গৈছিল বুলি আমি পিছত প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছোঁ। তাৰ এবছৰৰ আগেয়ে সম্ভৱতঃ দশম আৰম্ভ হৈ এই বছৰত সমাপ্ত হৈছিল। সেইদেখি ১৫৩২ খৃষ্টাব্দৰ পৰা ১৫৩৩ খৃষ্টাব্দৰ ভিতৰাত শঙ্কৰদেৱে তেওঁৰ আগছোৱা দশম ৰচনা কৰিছিল বুলি আমি ধৰিছোঁ।

এইটো ঠিক যে মহাপুৰুষীয়া ধৰ্ম্মৰ চাৰিখন মাহ গ্ৰন্থৰ ভিতৰত ... ধৰ্ম্ম সংস্থাপক শঙ্কৰদেৱৰ দ্বাৰাই ৰচিত কীৰ্ত্তন আৰু দশম শঙ্কৰদেৱৰ ধৰ্ম্মজীৱনৰ আৰম্ভণ আৰু সামৰণিৰ ফল। বাৰ স্কন্ধ শ্ৰীমদ্ভাগৱত আৰু গীতা আদি শাস্ত্ৰৰ সাৰ কীৰ্ত্তন পুথি শঙ্কৰদেৱে তেওঁৰ ধৰ্ম্মজীৱনৰ আগছোৱা কালতে ৰচনা কৰিছিল, আৰু বাৰ স্কন্ধ শ্ৰীমদ্ভাগৱতৰ ভিতৰত শ্ৰেষ্ঠতম দশম স্কন্ধৰ আদিছোৱা তেওঁৰ ধৰ্ম্মজীৱনৰ শেষছোৱা কালত ৰচনা কৰিছিল। দশমৰ মাজছোৱা আৰু শেহছোৱা তেওঁ অনন্ত কন্দলিক এৰি দি তাৰ পিছত শ্ৰীমদ্ভাগৱতৰ একাদশ আৰু দ্বাদশ স্কন্ধৰ পদ কৰি ভাগৱত প্ৰচাৰ কাৰ্য্যৰ সামৰণি কৰে। কিন্তু কৃষ্ণজন্মৰ পৰা গোপী-উদ্ধৱ-সংবাদলৈকে সেই কীৰ্ত্তন ছোৱা তেওঁৰ আদ্যদশমৰ চুম্বক সংগ্ৰহ যেন দেখি; আৰু সেই দেখি কীৰ্ত্তনখন দশমৰ পিছত ৰচিত হৈছিল যেন ধাৰণা হয়। কিন্তু বাস্তৱিকতে তেনে নহয়। কীৰ্ত্তন হে আগ, দশম আগ নহয়। কীৰ্ত্তনখন বাৰ স্কন্ধ ভাগৱতৰ সংক্ষিপ্ত সাৰ। কীৰ্ত্তনত কুঁজীৰ বাঞ্ছাপূৰণৰপৰা শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণলৈকেও (যি ছোৱা দশমৰ

পদ শঙ্কৰদেৱে কৰা নাছিল আৰু যি ছোৱা শঙ্কৰদেৱ "চলাৰ" পিছত সমাপ্ত হৈছিল। ইয়াৰ দ্বাৰাই আমি ভালকৈ বুজিব পাৰোঁ। যে প্ৰথমতে গোটেই ভাগৱতৰ সংক্ষিপ্ত সাৰেৰে তেওঁ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ, আৰু সেই ধৰ্ম্মমত একেঠাইতে সুবিধাকৈ সকলোকে দিবলৈ তেওঁ কীৰ্ত্তন পুথি ৰচনা কৰিছিল, তাৰ পিছত লাহে লাহে তে তেওঁ ভাগৱতৰ স্কন্ধবোৰৰ বাহুল্যকৈ পদ কৰে। তেওঁৰ দশমৰ ভিতৰত অনেক পদ পোৱা যায় যি শাৰীয়ে শাৰীয়ে কীৰ্ত্তনৰ পদেৰে সৈতে মিলে, আৰু অনেক আছে যাৰ দুটা এটা শব্দৰ বা ফাঁকিহে লৰচৰ হৈছে। কোনো কোনো ঠাইত কীৰ্ত্তনৰ প্ৰায় একো একো আধ্যায় দশমৰ ভিতৰুৱা হৈ থকা পোৱা যায়। তলত আমাৰ কথাৰ প্ৰমাণ স্বৰূপে দশমৰ পদ কিছুমান তুলি দিলোঁ,—"ৰুক্মিণীক কৰিলাহা প্ৰেমে পৰিহাস। ছুইলন্ত ভয়ত দেবী প্ৰাণতো নৈৰাশ॥ চতুৰ্ভুজ হুয়া হৰি তাঙ্ক আঙ্কোৱালি ৰুক্মীণীক আশ্বাস কৰিলা বনমালী॥ বহুবিধ কৰৰ লীলা জগতৰ নাহে। মৰাহলা ৰুক্মক অনিৰুদ্ধৰ বিবাহে" ॥ চক্ৰ ধৰি থোৰ হৈলা বাৰাণসী থান সুদক্ষিণ পৌণ্ড্ৰকৰ তুমি লৈলা প্ৰাণ" "বাৰে বীণা বেণু শঙ্খ শিঙ্গাৰ নিশান। কংশ বধিবাক কৃষ্ণ কৰিলা প্ৰয়াণ॥"

"কৈত কিবা আবে থুৰা দেখিলা অদ্ভুত। সত্বৰে কহিয়ে কথা গান্দিনীৰ সুত॥ হেন শুনি অক্ৰুৰে বুলিলা বাক্য পাছে। সমস্ত অদ্ভুত প্ৰভু তোমাতেসে আছে॥ "অক্ৰুৰক পঠায়া গৃহক আগ কৰি। লৈয়া গোপগণ সঙ্গে ৰঙ্গে ৰাম হৰি॥ পৰম উৎসুকে প্ৰবেশিল মথুৰাত। সিতো বিতোপন পুৰী দেখিলা সাক্ষাত॥ স্ফটিৰে

স্থিত পুব দ্বাৰ মুহি খাট। লাগাই আছে সুবর্ণৰ বৃহত কপাট॥ ইমমৰ তোৰণ চিৰলে অলঙ্কৃত। চতুৰ্ভিতি গড়খাই দেখি ভয়ভীত॥ বহুবিধ উদ্যান শোভিত কাছে কাছে। শাৰী শাৰী গৃহসব প্রকাশন্তে আছে॥ হীৰা মৰকত ৰত্নে ৰঞ্জে ঠাৱে ঠাৱে। শোভা কৰে পাৰাৱত ময়ূৰৰ ৰাৱে॥" "তাইৰ তুঃ ভদি চৰণক আগে জ্বান্তি" ৩পৰক তুলি চিবুকত ধৰি হাতে। কৰিলন্ত চন্দ্ৰ লিনি ঢেলোকাৰ মাথে॥"

"এতিমতে ৰামকৃষ্ণ ভ্রমন্তে পথত ধনুযাগশালা পাইলা পুছিয়া লোকত॥ দেখিলা কংশৰ দিব্য ধনু কৃষ্ণে পাছে। যেন ইন্দ্রৰ চাপ প্রকাশন্তে আছে।......অপ্রয়াসে ধনুক কৰিলা দুই খণ্ড। যেন মত্ত মাতঙ্গে ভাঙ্গিলা ইক্ষুদণ্ড॥ পূৰিল শবদ দশ বিদিশ আকাশ। বজ্ৰৰ পতনে যেন জন্মে মহা ত্রাস॥...... দেখিয়া ৰখীয়া সিটো কটক কিটাইল। অস্ত্র শস্ত্র ধৰি ক্রোধে মাধৱক ধাইল॥ বেঢ়িলেক চতুৰ্ভিতি ধৰ মাৰ বুলি। খণ্ডে ভগা ধনু ৰাম কৃষ্ণে লৈলা তুলি॥..প্রভাৱ প্রগল্ভ ৰূপ দেখি নিৰুপম। সবে বোলে ইটো দুই দেৱতো উত্তম॥ অনন্তৰে সন্ধ্যা পাইলা অন্তৰ্হিত গই নিবৰ্ত্তিলা ৰামকৃষ্ণ গোপগণ লই॥ নগৰৰ বাজত ৰহিলা বাসা কৰি। পাছে ৰামকৃষ্ণ দুই পখালিলা ভৰি॥ গোপগণ সঙ্গে লৈয়া ভুঞ্জি দধি ভাত বঞ্চিলা ৰজনী সুখে শুতিয়া শয্যাত॥. ধনুৰ্ভঙ্গ ৰখীয়া সেনাৰ শুনি বধ। নাসে নিদ্রা কংস ভৈল ভয়তে তবধ॥ মিলে নানা বিমঙ্গল চিত্ত মুহি থিৰ। ছায়াতো নেদেখে সিটো আপোনাৰ শিৰ॥ ধূলি কৰ্দ্দমতো নিজ খোজকো নাকলে। আকাশত দেখে কতো দুই শশী জ্বলে।

স্বপনতো আসি ধৰে মৃতকে সাবাটি। বিষক ভোজন কৰে গৰ্দ্দভত উঠি ॥ ওড়ফুল মালা পিন্ধি হুয়া দিগম্বৰ। তৈল ঘসি দক্ষিণক যায় একেশ্বৰ ॥ আনো নানাবিধ বিমঙ্গল দেখে অতি। ভয়তে নাপাইলে নিদ্ৰা কংসে সিটো ৰাতি॥” “কৰিলা প্ৰকাশ ৰাম সমে সমজ্যাত। দেখে দশ প্ৰকাৰ কৃষ্ণক সিবেলাত। মালে বোলে কিনো এটো তনু বজ্ৰসম। অন্যজনে বোলে এন্তে নৰতে উত্তম॥ মূৰ্ত্তিমন্ত কাম নাৰীসকলে বখানে আমাৰে সে বন্ধু বুলি গোপগণে মানে॥ ৰাজাগণে দেখে এন্তে শাস্তা অদ্ভুত। বসুদেৱ দৈৱকী বোলন্ত মোৰ সুত॥ কংসে বোলে এহি মোৰ মৃত্যু বনমালী। অজ্ঞানী সকলে বোলে ছোট সে ছৱালী॥ যোগীগণে বোলে এহেন্তেসে বহ্মতত্ব। বৃষ্ণিবংশে মানে এন্তে কুলৰ দেৱত॥”

মাৰিলন্ত ৰাম কৃষ্ণে যেবে মহামাল। কোপে কম্পমান অতিশয় কংস কাল॥ বল্কিবে লাগিলা মহাক্ৰোধে অন্ধ হুই। কিনো অসজ্জন বসুদেৱ সুত দুই॥ ..নগৰৰ বাজ কৰি বেদাযো আমাৰ। সমাজত থাকিবাক নলাগে ইহাৰ॥ গুৱালৰ ধনক আগ্ৰহি নৰ লৈযো দুষ্মতি নন্দক লোহা লগাই বান্ধি থৈয়া। · পিতৃ উগ্ৰসেনক এখনে মাৰ নিযা। নাৰাখিবি আউৰ আৰ যত লগৰীয়া॥... লঘিমা গুণক আশ্ৰই়া কৃষ্ণদেৱে। কংসৰ উচ্চৃত চাঙ্গে উঠিলন্ত ডেৱে। . দেখি কংসে আসনৰ উঠি তাৱক্ষণে। ধৰিলেক খাণ্ডা বাকু যুজিবাক মনে। বাকুক ফুৰাৱে লুম্ফি ফিঙ্কাৱে খাণ্ডাক। যেন শেন গোটে আকাশত ফুৰে পাক অচিন্ত্য মহিমা হৰি লীলাযে হাসিয়া আলাগতে কংসক থৰিল চাম্প দিয়া॥·· গুচিল প্ৰভাৱ সব হত

ভৈল দৰ্প। গৰুড়ৰ হাতে যেন বন্দী ভৈল সৰ্প॥ · কিৰীটি সহিতে চুলে ধৰি ঘণ্টা লাৰি। উছল চাঙ্গৰ পৰা পেলাইলা আজুৰি॥”

“কৃষ্ণত নিৰাশা হুয়া গোপীসবে বালিত নামি তুনাই। কৃষ্ণ দৰশন মনে গীত গাৱে কৃষ্ণৰ গুণ বৰ্ণাই। হে কৃষ্ণ তযু জনম নিমিত্তে গোকুল বাঢে সম্পন্নে। লক্ষ্মীয়ো সাক্ষাতে ব্ৰজত বঞ্চন্ত সুখে আছে সৰ্ব্বজনে॥ তোমাতেসে প্ৰাণ সুম্পি গোপীচয় চাহি ফুৰে। দশোদিশ। গুচোক নিকাৰ প্ৰাণৰ বল্লভ দেখা দিয়া জগদাশ। শৰত কালৰ বিকচ পদ্মৰ উদৰৰ শ্ৰীক নিন্দে। হেনয় নেত্ৰৰ কটাক্ষে আমাক মাৰিছা তুমি গোবিন্দে॥ নিকিনিলা দাসী ভজিলোঁহো আসি, গীতত হুয়া দগধ॥ কটাক্ষে মাৰিলে বধ নোলাগে কি? অস্ত্ৰে কাটিলেসে বধ॥”

দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি। ঐত নাথাকিবা তোৰাসব স্বামতি॥”

“বিদুৰত থাকি কৰে শ্ৰৱণ কীৰ্ত্তন। বাঢে মোত ভকতি নিৰ্ম্মল হোৱে মন॥ দেখন্তে শুনন্তে সদা হেলা হোৱে মতি। জানিয়া গৃহত থাকি কৰিয়ো ভকতি॥...হেনয় বিপ্ৰিয় বাণী শুনি গোপীগণ। পাইলেক দুৰন্ত চিন্তা বিবৰ্ণ বদন॥ ওলমাইল মুখ আতি পায়া দুখ ভাৰ। সঘনে নিশ্বাস কাঢে শুকাইল অধৰ॥... চৰণে ভূমিক লেখে দেখে অন্ধকাৰ। নাই স্মৃতি জ্ঞান আতি একো গোপিকাৰ॥”— “শুক নিগততি শুনা ৰাজা মহাশয়।...গোপিকাৰ মোক্ষ দেখি নুহিবা বিস্ময়। দ্বেষ কৰি শিশুপালে লভিল মুকুতি। বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি॥.... . বিষ বুলি অমৃতক পীলে যিটো নৰ। নুহিবে কি হেন জানা অজৰ অমৰ॥ যেন

তেন মতে মাত্র স্মৰোক সততে। এতেকে মুকুতি পাৱে কহিলোঁ বেকতে॥”

“বন্দি হুয়া আছে নন্দে কৃষ্ণক দেখিল॥ হাসিলন্ত কোনে হেন কৰিলন্ত বুলি বান্ধ মেলি কৃষ্ণক কোলাত লৈল তুলি। কতো গীত গান্ত কৃষ্ণ গোপীৰ বচনে ছাঁয়া পুতলাক যেন নচায়ে যতনে॥ কেহো বোলা গোপিকাৰ শুনি আজ্ঞাবাণী। কোনে ফল লইবে বুলি ডাকিলে পসাৰী। ধান দিয়া হাত পাতি থাকন্ত মুৰাৰি। কৃষ্ণৰ হস্তক ভৰি দেয় ফল বাছি স্নবৰ্ণ ৰতনে তাইৰ উপচিল পাচি।

অৰ্জ্জুনত লাগি ভৈল উৰল পথালি কঙ্গাল ফান্দিয়া টান দিলা বনমালী।

“দিনেক যশোদা নাৰী নন্দৰ ঘৰিণী।· মথিবাক লাগিলা আপুনি দধি আসি। স্নমৰি কৃষ্ণৰ সব বালক চৰিত। দধিক মথন্তে যশোদাই গায়ে গীত। ক্ষৌম বস্ত্ৰ প্ৰকাশে নিতম্ব কৃশ কটি। সোণাৰ মেখলা তাত বান্ধিযাছে আঁটি॥ আজোৰন্তে লৰে আতি কুণ্ডল কঙ্কণ। পুত্ৰৰ স্নেহত স্ৰবে কম্পে দুযো স্তন॥ কৃষ্ণক বান্ধন্ত আতি যশোদা সুন্দৰী। মুযুৰিলে দেথন্ত আঙ্গুল দুই জৰী॥ আনি আৰু জৰী সতী তাতে জোৰা দিল। বান্ধি চায়ে সিয়ো দুই আঙ্গুল নাটিল॥ দুনাই জৰী পুৰিয়া গায়ৰ বলে আটে। দেখে গোপী তথাপি আঙ্গুল দুই নাটে॥ এহিমতে গৃহত পাইলন্ত যত জৰী। আনি আনি যোৰা দিয়া বান্ধন্ত সুন্দৰী॥

“বৰিষে কণিকা মেঘে ওপৰত গাজে। ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে॥’ ওপৰত দিয়া দশমৰ এই পদবিলাক কীৰ্ত্তনত

.কা পদেৰে সৈতে কেনেকৈ মিলি যায়, যি কীৰ্ত্তন পঢ়িছে সিয়েই দেখিবলৈ পাব।

শঙ্কৰদেৱ ৰচিত দশমৰ ভণিতাবোৰ এনে সুন্দৰ উপদেশ পূৰ্ণ যে সেই বোৰ অসমীয়া মানুহৰ মুখে মুখে। উদাহৰণ স্বৰূপে দুটা দিলোঁ।—"শুনিয়োক সৰ্ব্বজন কৃষ্ণৰ চৰিত্ৰ আতপৰে আন পুণ্য নাহিকে কলিত॥ লভিয়াছা জন্ম যিতে পাৰো বাঞ্ছিত। জানি যত্নে কৰা পান কৃষ্ণকথামৃত॥ ক্ষণিক শৰীৰ বিলম্বত কাৰ্য্য নাই। চিন্তামনি জন্ম হেৰা হাতত হৰায় নাহিকে চেতন কাল অজাগৰে গিলে ধন জন জীৱন তিৰেক এক তিলে। দেখা ভাৰ্য্যা পুত্ৰ সবে অকাৰণ চাম মাত্ৰ থাকে কালে যেতিক্ষণ বিষয়ৰ সুখ এক তিলে কৰি চল। যমৰ কিঙ্কৰে ৰে নিবে যমপুৰ॥ যমৰ মূৰ্ত্তিক দেখি হৰাইবে চেতনা দুৰ্ঘোৰ নৰক পেলাই ভূঞ্জাইবে যাতনা। হেন জানি কৃষ্ণৰ চৰিত্ৰ কৰা পান। তেবেসে তৰিবা ঘোৰ সংসাৰ নিকাৰ॥ বিচাৰি শাস্ত্ৰত পাইবা এহিসে সম্প্ৰতি। কৃষ্ণৰ নামেসে সাধে ভুকুতি মুকুতি॥ কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম॥"

"সংসাৰ সাগৰ ঘোৰ দুখৰ নাহিকে ওৰ, কেবল তাপত মাত্ৰ মজি। জানি এৰাঁ আন ৰতি, কৰিয়া একান্ত মতি, হুয়া পাৰ মাধৱক ভজি॥ যি লক্ষ্মীত আশা কৰি, সদায় আকুল মন তেহেঁ মহা চঞ্চল সৰ্ব্বথা। বিষয়ৰ যত সুখ, অনন্ত সমস্ত দুখ, তাক যত্ন কৰি মৰে বৃথা। যিটো শৰীৰৰ পদে, অনেক প্ৰবন্ধ কৰে, ইয়ো মহা আপদৰ ঘৰ। যতেক বাঢ়য় ধন, ততেক বাঢ়য় মন, আপদ নাহিক আতপৰ॥ যতেক আছয় লোক, সবাৰো আগত শোক,

দুখময় সকল সংসাৰ। যতেক সুন্দৰী নাৰী, পৰম অনৰ্থকাৰী, আতপৰ নাহিক নিকাৰ॥ আনো যত মনোৰথ, পৰম দুৰ্ঘোৰ পথ, তথাপিতো তাতে মাত্ৰ ৰতি। যিটো আত্মা প্ৰিয়তম, সুখৰ সাগৰ দেৱ, কদাচিতো তাস্ত নাই মতি॥” ইত্যাদি।

শঙ্কৰদেৱে দশমৰ এটা ভনিতাত নিজৰ বংশৰ এইদৰে চিনাকি দিছে—“বৰদোৱা নামে গ্ৰাম, শস্যে মৎস্যে অনুপাম, লোহিতৰ অতি অনুকূল। সেই মহা গ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ, কায়স্থ কুলত পদ্মফুল। তান পুত্ৰ সূৰ্য্যবৰ, মহা নৰা দেশধৰ, দানী মানী পৰম বিশিষ্ট। যাৰ যশ এভ জ্বলৈ, জয়ন্ত মাধৱদলৈ, দুয়ো ভাই যাহাৰ কনিষ্ঠ॥ তানপুত্ৰ কুলোদ্ধাৰ, ভৌমিক মধ্যত সাৰ প্ৰসিদ্ধ কুসুম নাম যাৰ। তান পুত্ৰ শিশুমতি, কৃষ্ণ পাৱে কৰি নতি, বিৰচিল শঙ্কৰে ' যাৰ॥'

দশমৰ কিছুমান পদ এনে সুন্দৰ যে অশিক্ষিত সৰ্ব্বসাধাৰণ মানুহেও সেইবোৰ নিতৌ কথা কওঁতে ব্যৱহাৰ কৰি থাকে। যেনে,—”আজি মৃত্যু হৌক, নুহি শতেক অন্তৰ। অবশ্যে মৰণ আছে সব জগতৰ॥ কৰ্ম্মৰ অধীন জীৱ তেতিক্ষণে যায়। এৰি পূৰ্ব্ব দেহা আউৰ শৰীৰক পায় যেন জোকে তৃণ পাইলে এৰে আৰ তৃণ। জীৱন মৰণ স্বপ্নয়েৰে নুহি ভিন॥'

“কিবা দৈৱকীৰ গৰ্ভে পুত্ৰ নোপজয়। কিবা কংস মৰি আগে যায় যমালয়॥

কংসো যেবে নমবয় পুত্ৰ হোৱে জাত। তাৰ হাতে হোৱে কিবা আৰ কন্ধপাত॥”

“চিৰকাল প্ৰাণী একত্ৰে না থাকে, বিষম দৈৱৰ গতি।”

"প্ৰথম ব্যাধিত যদি নেদয ঔষধি। পাছে পীড়া কৰন্তে হৰয় সব বুদ্ধি॥"

অলপ কথাৰ ভিতৰতে দশমত কালীয হ্ৰদৰ কেনে সুন্দৰ বৰ্ণনা আছে চোৱাঁ। অসমীয়া ওজাই পালীয়ে, সেতে যেতিয়া কালী-দমনৰ এই ছোৱা হাতৰে ভঙ্গি দি বিয়াহ গায় তেতিয়া যে শ্ৰোতা আৰু দৰ্শকৰ মন আকৰ্ষণ কৰিব পৰা কোনো শক্তি গা প্ৰবেশ কৰে, যি সেই বিয়াহ গোৱা শুনিছে সি হে অনুভৱ কৰিব পাৰে।

"শুক নিগদতি ৰাজা শুনিয়ো সকথা। কালীয় হ্ৰদৰ কৈতো ক কহিবোঁ কথা॥ দুঘোৰ অগাধ জল ব্যাপিয়াছে সাপে। উত্তপ্ত জল বিষ-বহ্নিৰ প্ৰতাপ॥ ওপৰে উৰন্তে পক্ষী পৰে প্ৰাণ মৰি। সলকত যায় জল দূৰক উকৰি॥ মৰয় তীৰৰ তৰু নালাগে বিলম্ব। জীয়ে একগাছি মাত্ৰ তীৰত কদম্ব। পূৰ্ব্বত গৰুড়ে হৰি আনিলে অমৃত সেহি কদম্বত পৰি ৰহিল কিঞ্চিত॥ অমৃতৰ পৰশ পাইলেক সিটো গাছে। সিহেতুসে কদম্ব জীয়ন্তে ... আছে॥ কৃষ্ণে পৰশিব হেন তাহাৰো লিখিত। তাতেসে নমৰি বৃক্ষ ৰহিল তহিত। পাছে বিষময় সিটো দেখি হ্ৰদখণ্ড। জানিলা কালীয়ো প্ৰভু, প্ৰভাৱে প্ৰচণ্ড॥ গুণন্ত মনত, সৰ্প দুষ্ট দুৰাচাৰ। দুষ্টক দণ্ডিবে লাগি মোৰ অৱতাৰ॥ এই বুলি মাধৱে বধিবে প্ৰবন্ধিলা। পীত বস্ত্ৰ তুলি আটি কটিত বান্ধিলা॥ আস্ফোট কৰিয়া বাহু ডাস্কি মাৰি পাছে। উঠিলন্ত গই উচ্চ কদম্বৰ গাছে। টলবল গাছ যেন যায় ভূমিকম্প। দিলা কৃষ্ণে আটোপে হ্ৰদৰ জলে জাম্প॥ জগতৰ গুৰুভাৰে পৰিলা প্ৰকাশি।

প্ৰচণ্ড শবদে উথলিল জলৰাশি ॥ উৰ্ম্মিৰ আন্দোলে জল প্ৰলম্পিল পুনু। চভুৰ্ভিতি গৈল জল গজশত ধনু ॥ অনন্ত বীৰ্য্যৰ ইটো কোন অদভুত। পাছে আডম্বৰে কৃষ্ণে ক্ৰীড়িলা বহুত ॥ দুই বাহু দণ্ডে ডাঙ্খি মাৰি মহাৰঙ্গে। উথলান্ত জল যেন প্ৰমত্ত মাতঙ্গে ॥ চোটত আটাস যেন ত্যজে হৃদ-খণ্ড। যায় দশোদিশ তাৰ শবদ প্ৰচণ্ড ॥" ইত্যাদি

———— o:*:o —— —

# পঞ্চম আধ্যা।

দশম অ ৰু কীৰ্ত্তনৰ বাহিৰেও মহাপুৰুষ শঙ্কৰদেৱে আৰু অনেক পুথি ৰচনা কৰিছিল, তাৰ ভিতৰৰ খনচেৰেকৰ মাথোন উল্লেখ ইয়াত কৰিম। ষষ্ঠ স্কন্ধ ভাগৱতৰ আগছোৱা অজামিলোপাখ্যান শঙ্কৰদেৱে কৰিছিল, শেষছোৱা বৃত্ৰাসুৰ বধ অনন্ত কন্দলিয়ে কৰিছিল।

শঙ্কৰদেৱৰ দশম আৰু আন আন পুথিৰ দৰে একাদশ স্কন্ধও সুললিত ভাষাত ৰচিত উদ্ধৱৰ আগত জ্ঞানযোগ, ক্ৰিয়াযোগ আৰু ভক্তিযোগ নিৰূপণ পৰমাৰ্থ নিৰ্ণয়, সত্ত্বাদি গুণৰ বৃত্তি নিৰূপণ, সংখ্যাযোগ কথন, তত্ত্বসম্বন্ধে নানামতৰ বিৰোধ ভঞ্জন, দ্ৰব্যাদিৰ গুণদোষ বিস্তাৰ কথন, মঙ্গল সকলৰ ভেদ নিৰ্ণয়, যতিধৰ্ম্ম নিণয়, বৰ্ণাশ্ৰম ধৰ্ম্ম কথন, মহাবিভূতি কথন, আণিমাদি অষ্ট সিদ্ধি কথন, সাধনেৰে সৈতে ধ্যানযোগ বৰ্ণন, সাধুসঙ্গ মহিমা আৰু কৰ্ম্মানুষ্ঠান কৰ্ম্মত্যাগৰ বিধি, বন্ধমুক্তাদিৰ লক্ষণ, অষ্ট গুৰুৰ বিষয় বৰ্ণন, নিমি

নৰসিদ্ধৰ সংবাদ, যদুকুল ধ্বংস, কৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ আদি মূল একাদশ স্কন্ধ ভাগৱতত যি যি আছে সেই কঠিন আৰু গভীৰ বিষয়বোৰৰ সাৰাংশ প্ৰাঞ্জল ভাষাত চমুকৈ শঙ্কৰদেৱে তেওঁৰ কৃত একাদশ স্কন্ধত এনেকৈ ৰচনা কৰিছে যে পণ্ডিত মূৰ্খ জ্ঞানী অজ্ঞানী সকলোৱে যেন অনায়াসে সেইবোৰ বুজিব পাৰে। দুৰূহ দুৰ্ব্বোধ্য জ্ঞানৰ কথাৰে মূল একাদশ স্কন্ধৰ এটা একো অধ্যায়ৰ সাৰ তেওঁ পাচ, ছয় ফাকি পদেৰে উজুকৈ কৈ দিছে তলত উদাহৰণ স্বৰূপে কিছুমান তুলি দিলোঁ,-

কৃষ্ণই উদ্ধৱক কৈছে,- 'যত দেখ মায়াময় সবে স্বপ্ন সম। ঈশ্বৰময় দেখি দূৰ কৰা মতিভ্ৰম॥ জ্ঞান কৰ্ম্ম ভকতি কহিলোঁ কৰি ভাগ। ভকতি পৰম পথ দিলো পৰিচ্ছেদ॥ ... নাছাৰে কৰ্ম্মক শোক দুঃখে প্ৰতিদিনে জ্ঞানতো নাহিকে গতি ভকতি বহনে ...মইবিনে ভকতে নিচিন্তে কিছু আন। মযো ভকতক বিনে নজানোহো আন॥ .. মোৰ উদৰত আছে ব্ৰহ্মাণ্ড যতেক॥ ভকতৰ ধূলা পৰি পবিত্ৰ প্ৰত্যেক॥. লোভ মোহ কাম ক্ৰোধ বিষয় আক্ৰোশে। নোচোঁৱয় মোৰ ভকতক একো দোষে॥ তপ জপ সন্ন্যাস পৰম মহাদানে। নাপাৱে আমাক সখি যোগ মহাজ্ঞানে॥ কেৱলে ভকতি এক মোক কৰে বশ্য। কহিলোঁ উদ্ধৱ ইটো তোমাত ৰহস্য॥"

উদ্ধৱে আকৌ প্ৰশ্ন কৰিছে,—"ভকতি পৰম গতি জানিলোঁ নিশ্চয়। ছেদিয়োক দেৱ দুনাই মনৰ সংশয়॥ বিষয়ক পৰম আপদ হেন জানি। তথাপিতো আক কিয় নেৰে একো প্ৰাণী॥ মাৰন্তে ভুঞ্জন্তে তেবে নিগুণ কুকুৰ। তথাপি উচ্ছিষ্ট ভুঞ্জে ত্যজি

নাযায দূৰ ॥ কাটিবাক আনন্তে নির্গত যেন ছাগ। লাথি পায়ো গাধ গৰ্দ্দভীৰ নেৰে লাগ ॥ ‥ তোমাক নভজি কিয় আত্মাঘাত কৰে ॥”

কৃষ্ণই উত্তৰ দিছে,—“মাধৱে বোলন্তে সখি শুনা পৰিচ্ছেদ। পঢে সবে মাত্র যেবে জানি চাৰি বেদ। কৰিবে নোৱাৰে মোত তথাপি ভকতি। নলবয নৰে যেবে সন্তৰ সঙ্গতি ॥ কৰ্ণত কহন্ত কৃষ্ণকথা গোপ্য কৰি। নাহিকে উপায় সখি সৎসঙ্গত সৰি ॥ আমাক নপাৰে মহাজ্ঞানী কৰ্ম্মী লোক। সাধু-সঙ্গে অৱশ্যকে বশ্য কৰে মোক ॥ নপাৰয় মোক যোগ যাগ যজ্ঞ দানে। মহামন্ত্র জপি কোটি শত তীৰ্থ স্নানে ॥ নপাৰে আমাক একাদশী উপবাসে। নকৰয় বশ্য মোক পৰম সন্ন্যাসে ॥ আন কৰ্ম্ম কৰিয়া মিছাত মৰে লোক। ভকতৰ সঙ্গে শেষে মাত্র জানে মোক ॥ · দেৱতো তীৰ্থতো কৰি ভকতে'স বৰ। ভকতৰ সঙ্গ পালে গুচে কৰ্ম্ম জড ॥ ···· এক মোত মাত্র তুমি লয়োক শৰণ নকৰিবা ভয় মই কৰিবোঁ ৰক্ষণ ॥ .. . সৰ্ব্ব ধৰ্ম্ম এৰি এক শৰণ সাক্ষাত * । সুহৃদ বিশ্বাস সখি লৈয়োক আমাত ”

উদ্ধৱে শুধিছে—“হে প্ৰাণনাথ মোক কহিয়া বুজাই। ঋষি সকলৰ কিয় এক মতি নাই ॥ কেহো বোলে কৰ্ম্মে, কেহোঁ বোলে জ্ঞানে গতি তোমাৰ সম্মত পথ পৰম ভকতি ॥ এক বেদ বাক্য কিয় মত ভৈল ভেদ। কিঙ্কৰৰ কেশৱ সংশয় কৰা ছেদ ॥”

কৃষ্ণই উত্তৰ দিছে—“......যাৰ যেন মতি কৰে বেদক ব্যাখ্যান। নিজ অৰ্থ ভকতিক ত্যজি বুজে আন। কেহোঁ

---

* সৰ্ব্ব ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।*—গীতা।

বোলে বেদে করে যজ্ঞ ব্রত দান। কতো বোলে ক্ষুদ্র দেৱ পূজা তীর্থস্নান ॥ কতো বোলে বেদে কহে জ্ঞানতেসে গতি। গুণৰ ইচ্ছায়ে বুজে যাৰ যেন মতি॥ কতো মন্দমতি শাস্ত্র নকৰে বিচাৰ। কৰে ধৰ্ম্ম কৰ্ম্ম পূৰ্ব্বপুৰুষ আচাৰ॥ নয় কতো তাক এৰি পাষণ্ড মতি। যায় লোক পাবয় অধৰ্ম্ম অধোগতি॥ নাছাৰে কৰ্ম্মক শোক দুখে প্ৰতি দিনে। জ্ঞানতো নাসিকে গতি ভকতি বিহনে।'

"জ্ঞান গতি কয় বেদ, নৈয়ো তাৰ পৰিছেদ, আছে জ্ঞান ভকতিৰ মাজে। ভকতি কৰন্তে জ্ঞান, আপুনি উপজে জ্ঞান,.. ..। ধ্ৰুব পুছিলা বাণী, তাক শুনা মহামানী, যিটো নাম নধৰে আমাৰ। ম গোৱাহ বৃথা নুশুনে আমাৰ কথা, তাৰেসে কৰ্ম্মৰ অধিকাৰ। চিত্তে যিটোজন, কথা বৃথা বৃথা মন, তাৰ কৰ্ম্ম সকলো বিফল। তলেকো নাথাকে ৰই, তোতক্ষণে ধায়, বই, এণ্ডুৱা ঘটৰ যেন জল॥ ইটো কথা সাৰেসাৰ, জ্ঞানজ কৰ্ম্মত আৰ, নকৰিবা বিশ্বাস কিঞ্চিত। শ্ৰৱণ কীৰ্ত্তন কৰা, সুখে সংসাৰক তৰা, দিয়া মোৰ চৰণত চিত॥ তপ জপ যজ্ঞ দানে, যিটো ফল মহাদানে, জ্ঞান বৈৰাগ্যত মহাফল। যিটো হৰিনাম গাৱো বসি সবে সুখ পাৱে, দেখা সবে ভকতিৰ বল॥"

উদ্ধৱৰ প্ৰশ্নৰ উত্তৰত শ্ৰীকৃষ্ণই কৈছে "আন দেৱ ধৰ্ম্মক কৰিযা পৰিহাৰ। মোতে মাত্ৰ একনিষ্ঠ মতি ভৈল যাব॥ যিজনে জানিলে মই পৰম বান্ধৱ। তাহাক বোলয় শম শুনিয়ো উদ্ধৱ॥ মোৰ নাম চিন্ততে যেখনে কৰে শ্ৰম। জানিবা উদ্ধৱ সখি তাক বুলি দম॥ মোত চিত্ত দিয়া যিটোজন মহাশয়।

হানি অপমান শোক দুখক সহয়॥ তাৰ নাম ক্ষমা তুমি জানিবা উদ্ধৱ।·· মোত চিত্ত দিয়া ত্যজে ভোগ অভিলাষ। জানা তাৰ নাম মহা তপ অবিনাশ॥ সমস্ত জগত যিটো দেখে হৰিময়। তাৰ নাম সত্য সখি জানিবা নিশ্চয়॥ মোক জানি যিটোজনে ত্যজে কম্মমল। তাকেসে বুলিয শৌচ জানা মহাবল॥ ঈশ্বৰ জ্ঞানত যিটো দেয় উপদেশ তাকেসে দক্ষিণা বুলি নাহিকে সন্দেহ॥·· ·· তাকেসে বুলিয়া জ্ঞান দেখে হৰিময়। মোক জানি যিটো আন যত নিবৰ্ত্তয়॥ · জানে যিটো ইটো কৰ্ম্ম ধৰ্ম্ম মোৰ বন্ধ। তাক এৰি কৰে মোৰ সেৱাক প্ৰবন্ধ॥ নপঢিলে শাস্ত্ৰ একো নপাৰে খণ্ডিত। তথাপি জানিবা সখি সেহিসে পণ্ডিত॥

আমাক চিনাৱে যিটো গুৰু কৃপাময়। সেহিসে পৰম বন্ধু জানিবা নিশ্চয়॥ মোত চিত্ত দিলে যিটো আনন্দ মিলয়। সেহি স্বৰ্গসুখ সখি জানিবা নিশ্চয়॥ কাম ক্ৰোধে অন্ধ যেবে কৰে পুৰুষক। মোক পাসৰিলে মিলে ক্ষণেকে নৰক॥ মোহোৰ সেৱাৰ যোগ্য মনুষ্য শৰীৰ। তাকেসে বোলয় গৃহ জানা মহাধীৰ॥ নকৰে ভকতি মোত তুষ্ট নাহি যাৰ। তাকে বুলি দৰিদ্ৰ অধম কুলাঙ্গাৰ। ভকত যথাত থাকে সেহি পুণ্যভূমি॥ মোৰ কথা যথাত নিৰ্গুণ সেহি থান। ঈশ্বৰক জানিলে নিৰ্গুণ হোৱে জ্ঞান॥ বোলয় নিৰ্গুণ শ্ৰদ্ধা মোহোৰ সেৱাৰ। নিৰ্গুণ গতিক পাৱে ভকতে আমাৰ॥. ভকতৰ সঙ্গ সখি লৈয়া প্ৰথমত। শ্ৰবণ কীৰ্ত্তন মোৰ কৰিবা সতত॥ অনেক একত্ৰ হুয়া কৰি হৰি ৰৱ। কৰিবা আমাৰ মহা যাত্ৰা মহোৎসৱ॥..... মোৰ যশ গায়া যিটোজনে ফুৰে নিত্য। নাহি তাৰ চিন্তা সিটো

ৈভল কৃতকৃত্য ॥ বাৰে হাততালি যিটো কৰিয়া কীৰ্ত্তন। মোৰ প্ৰেম ভাৰত আন্দোল কৰে মন। ..যাও সত্যে সত্যে সখি তাহাত বিক্ৰয় ॥”

“মোকেসে দেখিবে মাত্ৰ সমস্ত প্ৰাণীত॥ আপোনাত দেখিবে ঈশ্বৰ অন্তৰ্য্যামী। জ্ঞনদৃষ্টি কৰি মোক কৰিবা প্ৰণামি ॥ ব্ৰাহ্মণ চণ্ডাল নিবিচাৰি জাতি কুল মিত্ৰত শত্ৰুত যাৰ দৃষ্টি এক তুল ॥ নীচত সাধুত যাৰ ভৈল এক জ্ঞান। তাকেসে পণ্ডিত বোলে সিসে সৰ্ব্বজ্ঞান ॥ কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মা ৰাম জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ॥ সমস্ত ভূতত কৃষ্ণ বুদ্ধি নহে যেবে। কায়বাক্যমনে অভ্যাসিবা এহি ভাৱে॥ সমস্ত প্ৰাণীক দেখিবাহা মোৰ সম। উপায় মধ্যত ইটো আতি মুখ্যতম ॥

বঙ্গদেশত যি শ্ৰীমদ্ভাগৱত ছপা হৈছে, তাৰ একাদশ স্কন্ধৰে সৈতে শঙ্কৰদেৱৰ ৰচিত একাদশ স্কন্ধ মিলাই চালে দেখা যায়, যে শঙ্কৰদেৱৰ পুথিত অনেক কথা আছে, যিবোৰ মূল পুথিত নাই। শঙ্কৰদেৱে হৰিবংশ আৰু প্ৰথম আৰু তৃতীয স্কন্ধ ভাগৱতৰপৰা সেই বোৰ কথা আনি তেওঁৰ পুথিত সুমাই তাক সম্পূৰ্ণ কৰিছে। শঙ্কৰদেৱে নিজেও সেই কথা স্বীকাৰ কৰিছে—“শুনা সভাসদ, ভাগৱত পদ, কথা একাদশ স্কন্ধ। কৃষ্ণে যেনে মতি, দিলন্ত সম্প্ৰতি বিৰচিলোঁ পদবন্ধ ॥ যিৱা প্ৰস্তাৱত, আনো শাস্ত্ৰমত, দিলোঁ কিছু ঠাই ঠাই। তাক নিনিন্দিবা, বিচাৰি দেখিবা, শাস্ত্ৰ পূৰ্ব্বাপৰ চাই॥ মোৰ বাক্য বুলি, নেৰিবা সমূলি, কৃষ্ণৰ গুণসকল। যদি গঙ্গাজল, কৰ্দ্দমে মিলিল, তাতো আছে মহাফল॥”প্ৰথম স্কন্ধ ভাগৱতৰপৰা ধৃতৰাষ্ট্ৰৰ সংসাৰ ত্যাগ, অৰ্জ্জুনৰ প্ৰতি

যুধিষ্ঠিৰাদিৰ কুশল প্ৰশ্ন. যুধিষ্ঠিৰাদিৰ স্বৰ্গাৰোহণ; তৃতীয় স্কন্ধৰ-পৰা উদ্ধৱ-বিদুৰ সংবাদ, মৈত্ৰেয়ৰ ওচৰলৈ বিদুৰৰ গমন, ইত্যাদি কথা শঙ্কৰদেৱে তেওঁৰ একাদশ যত যি বহিব লাগে বহুৱাই দি তাক সম্পূৰ্ণ কৰিছে। বাস্তবিক পক্ষত দেখা যায়, যে যত যত যি যি কথা শঙ্কৰদেৱে তেওঁৰ একাদশত সুমাই দিছে সেইবোৰ কথাই একাদশখন সম্পূৰ্ণ কৰি সৰ্ব্বাঙ্গসুন্দৰ হে কৰিছে মাথোন। যেনে,—মূলত কৃষ্ণই দাৰুকক কৈছে যে "তোমালোক মোৰ আত্ম বোপাইহঁতে সৈতে অৰ্জ্জুন-ৰক্ষিত হৈ ইন্দ্ৰপ্ৰস্থলৈ গৈ তাত থাকিবা।"

ইয়াৰ পিছত শেহৰ অধ্যায়ত আছে - "প্ৰিয়তম সখা শ্ৰীকৃষ্ণ বিৰহত কাতৰ অৰ্জ্জুনে যথাৰ্থ বাক্যসমন্বিত কৃষ্ণগীতি দ্বাৰা নিজক সান্ত্বনা কৰিলে। নিহত নষ্টবংশ বন্ধুসকলক যথাক্ৰমে পিণ্ড জলাদি দিয়ালে। ...ধনঞ্জয়ে হতাবশিষ্ট স্ত্ৰী, বালক আৰু বৃদ্ধ সকলক লৈ ইন্দ্ৰপ্ৰস্থ সোমাই তাত বজ্ৰক অভিষেক কৰিলে। অৰ্জ্জুনৰ মুখে সুহৃদ্বধ শুনি, হে ৰাজন! (পৰীক্ষিত) তোমাৰ পিতামহসকলে তোমাক বংশধৰ কৰি মহাপ্ৰস্থান কৰিলে।" এই কথাতে মূল একাদশ শেষ হৈছে।

শঙ্কৰদেৱে তেওঁৰ একাদশত, অৰ্জ্জুনে দ্বাৰকালৈ আহি কেনেকৈ শোক কৰিছিল, আৰু তাৰপৰা কৃষ্ণৰ পত্নীসকল, উগ্ৰসেন, বসুদেৱ আদি যাদৱসকালৰে সৈতে আহি প্ৰভাসত কেনেকৈ মৃতকসকলৰ প্ৰেতকাৰ্য্যাদি কৰাইছিল, আৰু তাতে উগ্ৰসেন, বসুদেৱ দৈৱকী ৰোহিণী, আৰু ৰুক্মিণী আদি কৃষ্ণৰ প্ৰধান অষ্ট মহিষীৰ মৃত্যুৰ পিছত বালক, বৃদ্ধ আৰু কৃষ্ণৰ আন বিধৱা পত্নীসকলক লগত লৈ

আহোঁতে বাটতে তেওঁক কিলাই গৰখীয়া গুৱালসকলে কেনেকৈ কৃষ্ণ পত্নীসকলক তেওঁৰ হাতৰপৰা কাঢ়ি লৈ গলত সেই পত্নী সকলে প্ৰাণত্যাগ কৰিলে, কেনেকৈ হস্তিনাত অমঙ্গল মিলিছিল, কেনেকৈ যুধিষ্ঠিৰাদি পাণ্ডৱে অৰ্জ্জুনৰ মুখে কৃষ্ণৰ মৃত্যু আৰু তেওঁৰ বংশ ধ্বংসৰ কথা শুনি কান্দি বিয়াকুল হৈ মহা প্ৰস্থান কৰিলে, কেনেকৈ তাৰ আগযে বিদুৰেৰ সৈতে যমুনাৰ তীৰত উদ্ধৱৰ দেখা হৈছিল, আৰু বিদুৰে হস্তিনাপুৰলৈ আহি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীক লৈ গল, ইত্যাদি বিষয়ে বিস্তাৰিত বৰ্ণনা কৰিছে। শঙ্কৰদেৱৰ পুথি পঢ়িলে, ইয়াৰ পিছত অমুকৰ কি হল, তাৰ পিছত তমুকৰ কি হল, এনে আকাঙ্ক্ষা অপূৰ্ণ হৈ নাথাকে শঙ্কৰদেৱে তেওঁৰ নিজৰ কল্পনাৰে সেইবোৰ আনি তাত সুমোৱা নাই; প্ৰথম আৰু দ্বিতীয় স্কন্ধ আদিৰপৰা আনি হে তেওঁৰ উপাখ্যান সম্পূৰ্ণ কৰিছে। শঙ্কৰৰ প্ৰতিভাই তেওঁৰ একাদশ মূল একাদশতকৈও উজ্জ্বল কৰিছে। অসমীয়া সৰ্ব্বসাধাৰণৰ অভাৱ আৰু আকাঙ্ক্ষা পূৰাবলৈ, সকলোৱে গোটেই আখ্যানটো একে ঠাইতে পাই পৰিতৃপ্তি লভিবৰ নিমিত্তেহে তেওঁ তেনে কৰিছিল।

শঙ্কৰৰ একাদশত (আৰু কীৰ্ত্তনঘোষাতো) থকা বিদুৰ উদ্ধৱৰ কথা, অৰ্জ্জুন, দৈৱকী, ৰুক্মিণী, যুধিষ্ঠিৰ আদিৰ শোক, দ্বাৰকা আৰু হস্তিনাপুৰত অমঙ্গল ইত্যাদিৰ বৰ্ণনা একে একো ডোখৰ মহামূলীয়া ৰত্নৰ নিচিনা। "কথমপি কৃষ্ণৰ চৰণে এৰি মন। বজাইলা, উদ্ধৱ পাইলা গাৱত চেতন। ত্যজিলা নিশ্বাস অতি কৃষ্ণক সুমৰি। হাতে মলছিল চক্ষু চিত্ত থিৰ কৰি॥ কৃষ্ণক বিৰহ-বহ্নি দহে দেহা প্ৰাণ। কান্দিয়া দিলন্ত বিদুৰক সমিধান॥

কিবা কথা সোধা সখি দেখোঁ অন্ধকাৰ। কৃষ্ণ-সূৰ্য্য অস্ত গৈলা প্ৰাণ যে আমাৰ ॥ কাল সৰ্পে দংশিলেক সুহৃদসকল। কি কহিবো সখি আৰু আমাৰ কুশল ॥.....যাদৱ কুলৰ কিবা মিলিল অভাগ। নাজানিল কৃষ্ণক হাততে পাই লাগ ॥ একে লগে কৰে সবে শয়ন ভোজন। ঈশ্বৰ বুলিযা নাজানিল একজন ॥ ক্ষীৰসাগৰত আছিলন্ত শশধৰ। মৎস্তে যেন বোলে হটো এক জলচৰ। সেহি মতে ঈশ্বৰক পাযা যদুগণ। মনে মানিলেক এওঁ জ্ঞাতি একজন ॥ অপুণ্য প্ৰাণীক অল্প দিয়া দৰিশন লগতে নিলন্ত যেন লোকৰ লোচন ॥'

বিদুৰৰ আগত উদ্ধৱে কৃষ্ণৰ নিযান সংবাদ দিয়া এই ডোখৰ পঢ়িলে চকুৰ পানী সামৰিব নোৱাৰি এই বৰ্ণনা যেনে ওখ তেনে মৰ্ম্মস্পৰ্শী।

পূৰ্ব্বৰতে অৱগন্ধ নক'ৰবা স কাৰ্য্য দেখি থাকিবাহা কালক উপেখি।"

"বিপুল অগনি হটো অপাৰ সংসাৰ শোক দুখ ভয় আত তপত আঙ্গাৰ ॥ বিষয় বিষম মাংস আছে আৰ মাজে। তাত জাম্প দেই যেন বিৰাল নিলাজে ॥"

"কৃষ্ণ পদ পৰশিযা আসি আছা বাপ, তোক ছুই হওঁ মই পৰম নিষ্পাপ ॥ ঐ বাপ উদ্ধৱ সাৰটি ধৰা মোক। শুনি দশ গুণে উধায় উদ্ধৱৰ শোক ॥"

"বোলন্ত অৰ্জ্জুনে দেখি হেন বিপৰ্য্যয়। সেই ৰথ ধনু মই সেই ধনঞ্জয় ॥ কৃষ্ণ বিনে বৃথা সবে ভৈল বীৰ্য্য বল। ভস্মত ফু দিলে যেন নাই কিছু ফল ॥"

"কেন হেন ভৈলা ভাই তোৰ এ অৱস্থা ॥ চিৰকাল প্ৰবাসত কিবা পাইলা দুখ তনু তোৰ নিস্তেজ মলিন দেখোঁ মুখ ॥ নকৰিলি প্ৰাণীক ভয়ত পৰিত্ৰাণ। বিপ্ৰক নিদিলি কিবা প্ৰতিশ্ৰুত দান ॥ অতিথিক নিদি কিবা কৰিলি ভোজন। সিজিল পাতক কিবা আগম্যাগমন ॥ নকৰিলে মাত্ৰ জানো তোমাক মহন্তে ॥ অধমে জিনিলে কিবা পথত আসন্তে ॥"

ওপৰত দিয়া এই বোৰ কেনে সুন্দৰ' কেনে হৃদয়স্পৰ্শী।

শঙ্কৰদেৱে একাদশ স্কন্ধত জটিল কথাবোৰৰ কেনে সৰল পদ কৰিছে, সেই বিষয়ে গুৰু চৰিত্ৰত এটা উল্লেখ থকা কথালৈ মন দিলেই বুজিব পাৰি। কণ্ঠভূষণে শঙ্কৰদেৱক বাদত জিনিবলৈ শাস্ত্ৰ পঢ়িবৰ নিমিত্তে কাশীলৈ গৈ তাত ব্ৰহ্মানন্দ আচাৰ্য্যৰ ওচৰত বেদান্ত পাঠ কৰিছিল। এদিন আচাৰ্য্যই একাদশ স্কন্ধ ভাগৱত পাঠ কৰি ব্যাখ্যা কৰি থাকোঁতে এটা শ্লোকৰ মানে উলিয়াব নোৱাৰি ভাবি থকা দেখি কণ্ঠভূষণে শঙ্কৰদেৱে কৰা একাদশৰপৰা উদ্ধৱ সংবাদৰ ভক্তিযোগৰ পদ মাতি দিলত আচাৰ্য্যই সেই সৰল অৰ্থযুক্ত পদ শুনি সেই পদ কোনে কৰা বুলি সোধাত কণ্ঠভূষণে কলে।—"উজান দেশত শঙ্কৰ নামে এজন পুৰুষ শূদ্ৰ কুলত জন্ম ধৰি বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰিছে, আৰু শ্ৰীমদ্ভগৱত শাস্ত্ৰখনি সৰল পয়াৰ কৰি স্ত্ৰী শূদ্ৰই গাব বুজিব পৰা কৰি ভাঙনি কৰিছে।" ব্ৰহ্মানন্দই এই কথা শুনি পূৰ্ব্ব কথা স্মৰণ কৰি কণ্ঠভূষণক কলে যে "বিষ্ণুপুৰী সন্ন্যাসীয়ে ৰত্নাৱলী নামে গ্ৰন্থ এখন ৰচনা কৰি মোৰ হাতত অৰ্পণ কৰি কৈছিল যে পূব দিশে "ব" কাৰ আদি গ্ৰামত "শ" কাৰ আদি নামে পুৰুষ এজন

শূদ্র কুলত ঈশ্বৰাৱতাৰ হব, তেওঁলৈ এই গ্রন্থখনি পঠাই দিবা।” এতিয়া তোমাক লগ পালোঁ, তুমি পুথিখনি লৈ তেওঁৰ ওচৰলৈ যোৱা। তেওঁক বাদত তুমি কেতিয়াও পৰাস্ত কৰিব নোৱাৰা; সেইদেখি আৰু পঢ়াৰ আৱশ্যক নাই; তেওঁৰ সমীপত থাকিলেই তোমাৰ সকলো জ্ঞান লাভ হব।”

দশমৰ নিচিনাকৈ একাদশতো কীর্ত্তন-ঘোষা পুথিৰ ভিতৰুৱা পদ অনেক আছে; সেইবোৰ দেখুৱাবলৈ গলে কথা অনেক বাঢ়ি যায় দেখি একাদশ স্কন্ধৰ কথা আমি এই খিনিতে ওৰ পেলালোঁ।

---:০:---

# ষষ্ঠ আধ্যা।

শঙ্কৰদেৱৰ একাদশ স্কন্ধ আদি আন আন পুথিৰ ৰচনাৰ বিষয়ে যি কথা কোৱা গৈছে, “দ্বাদশতো” সেই কথাই খাটে। দ্বাদশত—“যুগৰ লক্ষণ যুগধৰ্ম্ম চাৰি বিধ। কহিলা কলিত একো ধৰ্ম্মে নাহি সিধ॥ অধৰ্ম্মে কৰিবে আসি কলিত বিপ্লৱ। হৰি কীৰ্ত্তনেসে তাৰ পাপ পৰাভৱ॥ চাৰি বিধ প্রলয় কহিলোঁ মহাভাগ। পৰীক্ষিত নৃপতিৰ তাতে তনুত্যাগ॥ সর্প সত্র, মাৰ্কণ্ডেয় মায়া দৰিশন বেদ শাখা ভেদ মহাপুৰুষ লক্ষণ॥” আৰু বাৰও স্কন্ধৰ সাৰ সংগ্রহ ইত্যাদিয়েই থকা কথাৰ সংক্ষেপ লেখ। দ্বাদশৰ কিছুমান পদ সংক্ষেপতে আজিকালিৰ অৱস্থাৰ এনে প্রকাশক যে তলত ফাকিচেৰেক তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।—“তাহাৰ স্বভাৱ হৈব তাহাৰে আচাৰ। ধৰিবে চাৰিও জাতি ধৰ্ম্মক ৰাজাৰ॥”

"একোৱে নাজানে কিছু নাপাৰে খণ্ডিত। বহু বন্দী ভৈলে তাক বুলিবে পণ্ডিত॥ ধন জন বিভৱ নাথাকে যাৰ আতি। সেইজন অসাধু লোকত অসঙ্গাতি॥ পৰম দাম্ভিক যিটো ধনৰ গৰ্ব্বত। সেহিজন মহা সাধু বোলাইবে লোকত॥ .. শৰীৰক ঘসিপিসি কৰিবেক স্নান। হৈবেক কলিত অলঙ্কাৰ এহিমান॥ চতুৰ্ভিতি বেঢ়ি মাথে ৰাখিবেক পাস। কেশতোসে হৈবেক লাৱণ্য লয়লাস॥ নাদৰিবে মহাগুৰুজনকো হেলাত। বিদুৰৰ জলে তীৰ্থ বুদ্ধি হৈব জাত॥.. ...দান পুণ্য কৰিলে মোহোৰ হৈবে খ্যাতি। হেন দম্ভভাৱে ধৰ্ম্ম আচৰিবে আতি॥ কাহাৰো নুহিবে আউৰ তনু মন শুদ্ধ। ছাগ সম হৈবে ধেনু হৰিবেক দুগ্ধ॥ যতিয়ে আশ্ৰমী হৈব গৃহস্থৰ নয় ভাৰ্য্যাৰ কুটুম্বে হৈব সুহৃদ নিশ্চয়॥... বানপ্ৰস্থী সন্ন্যাসীয়ো হৈবে গ্ৰামবাসা। মহা ধনলোভী হৈবে যতেক সন্ন্যাসী॥ .....মিছা মাতি সাউদে কৰিবে কিনা বিকা। জীবেক সম্পদ কৰি নিন্দিত জীবিকা॥ উত্তম নায়ক যদি হোৱে ক্ষীণবিত্ত। নাদৰিবে তাক পুৰাতন যত ভৃত্য॥ যদি ৰোগী ভৈল ভৃত্য অনেক পুৰুষী। দেখি স্বামী সবে তাক এৰিব নুপুষি॥ ধেনুকো ত্যজিব যেবে দুগ্ধ ভৈল হীন। কলিত হৈবেক লোক তিৰী পৰাধীন॥ পিতৃ মাতৃ জ্ঞাতি যত ত্যজিবে সোদৰ। ভাৰ্য্যাৰ কুটুম্ব হৈব সুহৃদ লোকৰ॥ নিজ গোত্ৰ কুটুম্বতো এৰিবেক আশ। ভাৰ্য্যাৰ ভ্ৰাতৃত মাত্ৰ কৰিবে বিশ্বাস॥ শূদ্ৰ সবে ধৰিবেক তপস্বীৰ বেশ। ছদ্মে দান লৈয়া ভ্ৰমিবেক দেশ দেশ॥ মূৰ্খৰ উন্নতি হৈব ফুৰিবে উল্লাসি। ধৰ্ম্ম বখানিবে উচ্চ আসনত বসি॥"

পৰিবৰ্ত্তনশীল জগতত প্ৰতিমুহূৰ্ত্ততে আমাৰ শৰীৰৰ যি পৰিবৰ্ত্তন হব লাগিছে, শঙ্কৰদেৱে তেওঁৰ পদত কেনেকৈ চমুকৈ কৈছে চোৱাঁ—"যেনে আকাশত চন্দ্ৰ সূৰ্য্য গতি কৰে। তাক লক্ষিবাক নাপাৰয় কোনো নৰে। যেনে নদী সমস্তৰ জল যায় বহি। তথাপি আগতে দেখে নদী আছে ৰহি॥ এহি মতে ব্ৰহ্মা আদি কৰি যত তৃণ। সবাৰো শৰীৰ ক্ষণে ক্ষণে হোৱে ভিন॥"

ব্ৰহ্মজ্ঞান আৰু ব্ৰহ্মজ্ঞানীৰ বিষয়ে সুগভীৰ তত্ত্বৰ কেনে বিশদ সুন্দৰ বৰ্ণনা, তলত দিয়া কেইফাকি পঢ়ি চোৱা। শঙ্কৰ দেৱৰ কাপৰপৰা হে জটিল কথাৰ এনে প্ৰাঞ্জল বৰ্ণনা সম্ভৱ। "ব্ৰহ্মজ্ঞানী দেখে জগতক ব্ৰহ্মময়॥ বুদ্ধি মন ইন্দ্ৰিয় মহত্ত্ব অহঙ্কাৰ। ব্ৰহ্মত পৃথক নোহে যতেক সংসাৰ॥ ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখ' আন। জৰীত উপজি যেন আছে সৰ্পজ্ঞান॥ জাগন সপোন বদ্ধিৰেসে বৃত্তিচয়। নানাবিধ দেখা যিটো সবে মায়াময়॥ ক্ষণেকতে ওপজে ক্ষণেকে নাশ হয়। সমস্তে অৱস্থা যেন টাটকৰ নয়। যেনে আকাশত মিলে সংহত মেঘৰ। ক্ষণেকে থাকিয়া হোৱে ক্ষণেকে অন্তৰ॥ ব্ৰহ্মতো জগত বাজা জানা সেহি নয়। উপজিয়া ব্ৰহ্মত ব্ৰহ্মতে যায় লয়॥ এক ব্ৰহ্ম আছে সৰ্ব্ব দেহত প্ৰকটে যেনে এক আকাশ প্ৰত্যেক ঘটে ঘটে॥ জলত সূৰ্য্যক যেন দেখি ভিন ভিন। এহি মতে জানিবা ব্ৰহ্মতো ভেদহীন॥ কঙ্কন কুণ্ডল ঘট গঢে হেম হাৰ। একে সুবৰ্ণক দেখি অনেক আকাৰ॥ সেহি মতে এক ব্ৰহ্ম জানে শুদ্ধ সিদ্ধ। অজ্ঞানত বাক্য বোলে তাঙ্ক বহুবিধ॥ সূৰ্য্যৰশ্মি হোৱে যেন মহা মেঘগণ। সূৰ্য্য-অঙ্গ চক্ষুক তথাপি কৰে ছন॥ ব্ৰহ্মৰ স্বৰূপ অহঙ্কাৰ যদি হয়।

ব্রহ্ম-অংশ জীৱক তথাপি আবৰয়॥ যেন মেঘ গৈলে চক্ষু সূৰ্য্যক নিৰখে। অহঙ্কাৰ গুচিলে ব্ৰহ্মকো জীৱে দেখে॥ মায়া এৰে আপুনি বুদ্ধিৰ গুচে ভ্ৰম। নিৰ্ম্মল হৃদয় জীৱে দেখে পৰংব্ৰহ্ম॥ যি কালত জ্ঞান অস্ত্ৰে ছেদে অহঙ্কাৰ। ছিৰে কৰ্ম্ম-বন্ধ তেৱে জীৱে আপোনাৰ॥ হৃদয়ত পৰম আনন্দ হোৱে জাত। পৰিপূৰ্ণ আত্ম হোৱে মনত সাক্ষাত॥ দেহকো নেদেখে জীৱে হোৱে ব্ৰহ্মময়।"

শোক, মোহ আৰু মৃত্যুভয় দূৰ কৰিবৰ জ্ঞান মহৌষধি, — নাহি জন্ম পূৰ্ব্বতো অদ্যাপি নোহোঁ জাত। অজৰ অমৰ তুমি আত্মাসে সাক্ষাত॥ দেহৰেসে ধৰ্ম্ম ইটো জনম মৰণ। দেহৰেসে শস্ত্ৰে হোৱে দেহ উতপন॥ দেহতেসে আছা মাত্ৰ তুমি দেহহীন। যেন অগ্নি থাকন্ত কাষ্ঠত কৰি ভিন॥ যেন ঘট ভাগি গৈলে ঘটৰ আকাশ। আকাশতে লীন যায় নাহি তাৰ নাশ॥ জনম-মৰণ ইটো দেহৰেসে ধৰ্ম্ম মনে স্ৰজে জীৱৰ শৰীৰ গুণ কৰ্ম্ম। মনকো মায়ায়ে স্ৰজে জানা সাৰেসাৰ। ভ্ৰমৰ কাৰণে হোৱে জীৱৰ সংসাৰ॥ তৈলমানে শলা বহ্নি সংযোগ যাৰত। দীপ হেন বুলি তাৰে প্ৰকাশে লোকত॥ দেহ মন কৰ্ম্ম আত্মা যাৰত সংযোগ। তাৱে জীৱ নাম থাকে দুখ কৰে ভোগ॥ দেহকৰ্ত্তা মনৰেসে জানিবা সংসাৰ। জনম মৰণ একো নাহিক আত্মাৰ॥ যেহেন সংযোগে গুচে দীপৰ প্ৰকাশ মহা জ্যোতিঃ ৰূপে অগনিৰ নাই নাশ॥ . . . মই পৰমাত্মা আৰু নাহিকে সন্দেহ। দেহতেসে আছোঁ মই মুহি ইটো দেহ॥ যি মই সেহি ব্ৰহ্ম মানা হেন মনে। যি ব্ৰহ্মৰ সেই মই বোলা সৰ্ব্বক্ষণে॥ এতেকে গুচিবে শোক মোহ মহাৰথ। কহিলোঁ তোমাত ইটো ব্যৱহাৰ

পথ ॥......কৃষ্ণৰ চৰণ চিত্তে চিন্ত হৃদযত। কৃষ্ণৰেসে অংশ মই মানিবা মনত ॥”

“সবাকো বিয়াপি আছে পুৰুষ-প্ৰধান। জানি হৰি বুদ্ধি কৰে সবাকো সম্মান॥ কাৰো লগে অতিশয় নকৰি বিবাদ। একোৱে প্ৰাণীক মনে নিদিব বিষাদ॥ দেহৰ নিমিত্তে এৰিবেক বৈৰ-বুদ্ধি। তেবেসে কৃষ্ণক পায় চিত্ত হোৱে শুদ্ধি॥”

মাৰ্কণ্ডেয় ঋষিয়ে মহাপ্ৰলয়ৰ জলত উটি বুৰি ফুৰোঁতে বট-বৃক্ষৰ পাতত শুই থকা যি বালমুকুন্দক দেখিছিল, সেই বালমুকুন্দৰ কেনে সুন্দৰ বৰ্ণনা “দ্বাদশত” আছে,—“এহি মতে ভ্ৰমন্তে দেখিল কদাচিত। মহাবটবৃক্ষ ফল পল্লৱে শোভিত॥ পৃথিবীৰ উন্নত প্ৰদেশে ৰহি আছে। লাহে লাহে সমীপ চাপিল তাৰ পাছে॥ কিছু কিছু কৰি পাছে দৃষ্টি বলাই চাইল ঐশানৰ শাখাত শিশুক ভেঁট পাইল॥ বটপত্ৰ পুটে কৰি আছন্ত শয়ন। শৰীৰৰ কান্তি কৰে দিশক প্ৰসন্ন॥ চৈধ্যয় ভুবনে নাই ৰূপক উপাম। তনু সুকুমাৰ মহা মৰকত শ্যাম॥ সুন্দৰ বদন-চন্দ্ৰ নৱপদ্মকোষ॥ অৰুণ পঙ্কজ-নেত্ৰ দেখন্তে সন্তোষ॥ সুসম নাসিকা সুবলিত ভ্ৰূৱ দুই। সচল অলকাপান্তি দেখি সুখী হুই॥ অৰুণ অধৰ চাৰু প্ৰবাল অঙ্কুৰ। হাস্যত বৰষে যেন অমৃত প্ৰচুৰ॥ পদ্মগভ অৰুণ নেত্ৰ প্ৰান্তদেশ। হাস্য নিৰীক্ষণ সুকোমল বক্ৰ কেশ। তিনি ৰেখা সহিতে প্ৰকাশে কম্বু গল। সিংহবন্ধ স্কন্ধ বহল বক্ষস্থল॥ শঙ্খ প্ৰায় কৰ্ণ দুই বলয় বলিত। মনোহৰ দাড়িম্ব কুণ্ডলে সুশোভিত॥ সুন্দৰ উদৰ অশ্বথৰ পত্ৰ নয়। নিম্ন তিনি ৰেখা তাতে জ্বলে আতিশায়॥ ত্ৰিবলি বলিত নিশ্বাসতে আতি

-লে। পৰম গম্ভীৰ নাভীসৰোবৰ জলে॥ চাৰু কৰ কিসলয় আৰকত কান্তি। ৰত্নৰ শলকা নয় আঙ্গুলিৰ পান্তি॥ দুই হাতে ধৰি দুই চৰণ-পদ্মক। চোচন্তে আচন্তে মুখে বৃদ্ধ অঙ্গুষ্ঠক॥ শৰীৰৰ কান্তি দূৰ কৰে অন্ধকাৰ। দেখি ঋষিৰাজ ভৈল অতি চমৎকাৰ॥”

মাধৱদেৱৰ বালকগোপালৰ বৰ্ণনাৰ পুৰাৰ গীতটি এই বৰ্ণনাৰ ছাত ৰচিত।—গোবিন্দ চিন্তহু বালগোপালং। ৰতন তলপমহ শয়নে ৰহতু হৰি পঙ্কজ-নয়ন বিশালং॥ কৰ-পঙ্কজ যুগে ধৰি পদ-পঙ্কজ বয়ন-পঙ্কজে নিবেশিতং। মুনিবৰে কৈছে ছোড়ি অমিয়া মধু পদ-পঙ্কজ ৰস পীতং। বালক কেলি অমিয়াৰস-সাগৰ মাধৱে ক.হ পৰমাণং॥”

“দ্বাদশ” পুথিখন যে শঙ্কৰদেৱে তেওঁৰ বুঢ়া বয়সত কৰিছিল, সেইটো তেওঁৰ দ্বাদশৰ এক অধ্যাৰ এটা ভণিতাৰপৰা বুজিব পাৰি।—“নভৈল ভকতি নাচাৰিবা মোক দয়া। জৰা ৰোগে পীড়ে কেতিক্ষণে পৰে কায়া॥” সম্ভৱতঃ তেওঁ দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণৰ পিছত দ্বাদশ ৰচনা কৰিছিল।

———:০:———

# সপ্তম আধ্যা।

শঙ্কৰদেৱে “ৰুক্মিণী হৰণ” পুথি, আৰু “ৰুক্মিণী হৰণ নাট” এই দুখনো ৰচনা কৰিছিল। নাটখন তেওঁৰ আন আন নাটৰ দৰে সংস্কৃত নাটৰ আৰ্হিত ৰচিত; আৰু আজিলৈকে তাৰ ভাৱনা সত্ৰ

সভাদিত হব লাগিছে। ৰুক্মিণীহৰণ পুথিখনৰ বিষয়ে আমি সম্প্ৰতি আৰাৰচেৰেক কম। এইখনৰ নিচিনা সুললিত সুশ্ৰাব্য আৰু পঢ়ি বা শুনি যাওঁতে মন মুহি যোৱা পুথি আৰু আসামত দ্বিতীয় নাই। ই শঙ্কৰদেৱ অমৃতময় লেখনীৰ অমৃতৰ ধাৰ। অসমীয়া লৰা বুঢ়া মতা তিৰুতা এই পুথিৰ গুণত মুগুধ। অসমীয়াৰ মুখে মুখে ৰুক্মিণী হৰণ পুথিৰ সুমধুৰ পদ। আন কি, অসমীয়া নিৰক্ষৰ তিৰুতা মানুহৰ মুখতো ইয়াৰ মধুৰ পদৰ মধুৰ সোৱাদ সততে লাগি আছে। অসমীয়া তিৰুতামানুহে কথা বাৰ্ত্তা কওঁতে ৰুক্মিণীহৰণ পুথিৰ দুই চাৰি ফাকি পদ মাতি তাৰে তেওঁৰ কথাত "তেল মাৰি" তাক সুগন্ধ কৰে। শঙ্কৰদেৱে তেওঁৰ পুথিৰ আদিতে কৈছে—"একে হৰিবংশ কথা অমৃত সাক্ষাত। আৰু ভাগৱত কথা মিশ্ৰ দিলো তাত। দুয়ো কথা পদবন্ধে কৰিছোঁ মিলাই। যেন মধুমিশ্ৰ দুগ্ধে অতি স্বাদ পাই॥" বাস্তবিকতে তেওঁৰ যত্ন সফল হৈছে। তেওঁৰ পুথিখন সঁচাসঁচি কৈয়ে মৌ-সনা গাখীৰৰ নিচিনা অতি সোৱাদ যে হৈছে তাক নিঃসন্দেহৰূপে কব পাৰি। মহাকবি কালিদাসৰ হাতত পৰি ৰঘুবংশৰ বৃত্তান্তৰ নিচিনা গদ্যময় কথা যেনেকৈ অনুপম কাব্যময় হৈছে অসমীয়া ভাষাত মহাকবি শঙ্কৰদেৱৰ হাতত পৰিও হৰিবংশ আৰু ভাগৱতৰ বৃত্তান্ত তেনেকৈ অনুপম কাব্যময় হৈছে। ৰুক্মিণীহৰণ পুথি অসমীয়া সৰ্ব্বসাধাৰণৰ মন-মোহা হোৱাৰ ঘাই কাৰণ শঙ্কৰদেৱে অসমীয়াৰ ঘৰুৱা কথাৰে, ঘৰুৱা ভাবেৰে, ঘৰুৱা গাটেৰে সৰ্ব্বসাধাৰণৰ মনোজ্ঞ কৰি পুথিখন ৰচনা কৰিছে। ভীষ্মক অসমীয়াৰ এজন আহি ৰজা। শশীপ্ৰভা অস

ীয়াৰ আছি ৰাণী। তেওঁৰ কথা অসমীয়া "কন্যাৰ মাকৰ" কথা। তেওঁক আৰু ছোৱালীৰ বাপেক ভীষ্মকক অসমীয়াই বটিযাকৈ চিনি পায়। ৰুক্মৰ নিচিনা মই মত খণ্ডাল, বাপেক-মাকৰ মত কথা কুটা এগাছৰ নিচিনাকৈ উৰাই দি নিজৰ মত কথা সদায় "বাহাল" কৰি চলা "বৰ পো' "বৰ বোপা' ও অসমীয়াই অনেক দেখিছে, আৰু বলে নোৱাৰা তেনে বৰ বপালে ভয কৰি অশান্তিৰ হাত সাৰিবলৈ "বৰ বোপাই যি কৈছে, সেয়েই হওক ভাৱে চলা ভীষ্মকৰ নিচনা বাপেক ডাঙৰ মানুহ অসমীয়াই নেদেখি থকা নাই আগৰ কালৰ অসমীয়া ... ৰ মানুহৰ ঘৰত জীয়ৰী ছোৱালীক সৰুৰেপৰা তুলতালি ... ৰ কৰি বিয়া দি উলিয়াই দিবৰ কালৈকে আতোল-তোল কৰি মৰম কৰি থাকা সুমালিনীৰ নিচিনা ধাইও অসমীয়াৰ অচিনাকি নহয়। দৈৱকীৰ নিচিনাকৈ আদৰ-কৰি কথা কৈ বিয়নী মেল পতা বিযনীও অসমীযাৰ ভিতৰত ভূৰি ভূৰি। উদ্ধত ৰুক্মিৰ আৰু শিশুপালৰ গালিৰ নিচিনা গালি ও আৰু কৃষ্ণৰ উত্তৰা-উত্তৰিও অসমীয়া সমাজত আটকীয়া নহয। ইত্যাদি অসমীযা ঘৰুৱা জীৱনৰ ফটুফটীয়া চিত্ৰবে শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ ভৰপূৰ দেখি তাৰ পদ কথাবোৰে অসমীয়াৰ হাডে হাডে মগজুৱে মগজুৱে সোমাইছে। মুঠতে শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ অসমীয়া মতা মানুহৰ কাণৰ লং-কেৰু, হাতৰ গাম-খাৰু, আঙুলিৰ বাখৰ-পতোৱা আঙঠি, আৰু তিৰুতামানুহৰ ডিঙিৰ কোট-মণি, গল-পতা আৰু সাতশৰী হাৰ। শঙ্কৰদেৱৰ যতবিলাক সুমধুৰ ললিত ৰসাল ৰচনা আছে সেইবোৰৰ ভিতৰত ৰুক্মিণীহৰণ শ্রেষ্ঠ।

বাস্তবিকপক্ষত ৰুক্মিণীহৰণ পুথি পঢ়িবলৈ ধৰিলে "নাহি ক্ষুধা তৃষ্ণা নবাধয় একো দুখে॥ যতেক শুনোহোঁ শুনিবাক যায় মতি। অমৃত-পীয়ন্তে যেন নথাণ্ডে তৃপিতি॥" হয়। দুই চাৰি ফাকি পদেৰে শঙ্কৰদেৱে ভীষ্মকৰ কেনে চৰিত্ৰ আঁকিছে চোৱা—"সেহি নগৰত ভৈল ভীষ্মক নৃপতি। পৰম ধাৰ্ম্মিক মতি দুতী সুৰপতি॥ নৃপকুল তিলক কামিনী মনোহৰ। পৃথিবীত সমান নাহিক ধৰ্ম্মধ্বৰ॥ পুত্ৰৱতে কৰে ৰাজা প্ৰজাৰ পালন। আগত পাছত সত্য একেসে বচন॥ চাটুৱাৰ চাটুত নেদন্ত ৰাজা কাণ। ব্যৰ্থ নুহি অৰ্থে মাগিলে পাৱে দান॥ ভুঞ্জন্ত পৃথিবী যেন ধৰ্ম্ম ব্যৱহাৰ। অনুচিতে পিম্পৰাৰো নিচিন্তন্ত মাৰ॥ যেন জলময় ৰাজা নাহি কোপ তাপ। দণ্ডবন্ধ নাহিক প্ৰজাৰ যেন বাপ॥ চুইলে পাপ হৰে ৰাজা অতি শুদ্ধকায় উচিতত পৰে কিছু নাহিক অন্যায়॥'

পাটমাদৈ শশীপ্ৰভাই জীয়েক ৰুক্মিণীক বিয়া দিবৰ হল বুলি ৰজাক কলত ৰজাই যদিও কৃষ্ণলৈ জীয়েকক বিয়া দিয়াটো উচিত ভাবিছিল তথাপি মইমত ভাৱে কোনো এটা থিৰ নকৰি জ্ঞাতি সকলক আৰু পাঁচো পুতেকক মতাই আনি পৰামৰ্শ কৰি তেওঁলোকৰ অনুমতি বিচাৰিলে,--"হেন শুনি নৃপতি অনাইলা জ্ঞাতি লোক॥ ৰুক্মি আদি কৰি পাঞ্চ তনয়ক আনি। সবাকো সম্বুদ্ধি ৰাজা বুলিলন্ত বাণী॥ ৰুক্মিণীৰ আবে উকলিল কন্যাকাল। জিজ্ঞাসিও কৈত কোন বৰ আছে ভাল॥ গোটে গোটে চাইলোঁ পৃথিবীৰ ৰাজা মানে। জীয়াইৰ সদৃশ বৰ নাই একো থানে॥ দৈৱকী নন্দন এক মাধৱত পৰে। ৰুক্মিণীক বিবাহ কৰিব কোন

নৰে ॥ জ্ঞাতি পুত্ৰগণ মোক দিয়া অনুমতি। কৃষ্ণত সম্বন্ধ কৰোঁ। ছাক সদগতি ॥ জগততে সাৰ প্ৰভু পুৰুষ প্ৰধান। সক্রি হাতে মাধৱক কৰোঁ কন্যা দান ॥ ত্ৰিজগত পতি যেবে হোৱন্ত জামাত। তাছোক মনুষ্য দেতাকো শঙ্কা নাত। ইহ পৰলোকে হৰি দেয়া লোকে গতি। হেন জানি বিবাহক দিয়ো অনুমতি ॥' এতাৰ কথা শুনি "জ্ঞাতি লোকে বোলে প্ৰভু আৰ কৰা সুধি। সাধু সাধু ৰাজা ধন্য সম্পজিল বুদ্ধি ॥ মাধৱত পৰে ত্ৰিজগতে নাহি আন। পুৰুষ উদ্ধাৰ হোক কৰা কন্যাদান।

ছাৱালীৰ মাক মাদৈ শশাপ্ৰভায়ো উলাতেৰে মত দি কলে "তনন্তৰে মহাদহ মাতিলা স্বামাক। সুধিব লাগে বিহা দিও গণীক ॥ কত ভাগ্যে পাইবো তেম কৃষ্ণক জগাই। সুখদে থাকিব মোৰ ৰুক্মিণী জায়াই।"

এই কথা শুনি "মহা বলিয়াৰ দুষ্ট দাৰুণ দৰ্পিষ্ট," "পিতৃৰ মাতৃৰ বোল মুশুনে দুৰ্মতি' "যত জ্ঞাতি কুটুম্ব সকলে তাৰ চেৰ, মাধৱৰ নামে সিটো জুইতো নেদে খেৰ" ৰুক্মিযে "মহাকোপে ওঠা ফান্দি" মাত লগালে,—"আমাৰ ভগিনী কোনে দিযে মাধৱৰ। ৰাজা নোহে সিটো উগ্ৰসেনৰ সেৱক ॥ যাক বুলি মহাৰাজা বীৰ শিশুপাল। অনেক পুৰুষে ৰাজ্য ভুঞ্জে চিৰকাল ॥ একশত গুণে যাক কৃষ্ণ নুহি সম। .. হেন শিশুপালকেসে মই দিবোঁ বিযা। যাহাৰ শকতি আছে মাধৱক দিযা ॥ শিশুপাল ৰাজা ৰুক্মিণীৰ হৈবে স্বামী। নিশ্চয় কহিলোঁ অঙ্গীকাৰ কৰি আমি ॥"

দাম্ভিক ৰুক্মিৰ এনে কথা শুনি বাপেক ভীষ্মকে ভয়ত ৰবকৈ একো টানি নকৈ আগপাছ চিনাই লাহে লাহে আযাৰচেৰেক

কৈ পুতেকক বুজাবলৈ চেষ্টা কৰিলে,--"জানিয়া ভীষ্মকে তনয়ৰ অভিপ্ৰাই। ৰুক্মিৰ বচন বাধিবাক শক্য নাই॥ আগ পাছ চিনাই ৰাজা বুলিলা বিস্তৰ। মাধৱক তই বাপ বিৰোধ নকৰ॥

চৰাচৰ গুৰু হৰি জগতৰ বাপ। তাহাঙ্ক নিন্দিয়া কেনে চপাৱস পাপ॥ কৃষ্ণক বিৰোধ কৰি না পাইবি কল্যান। মোহোৰ বাক্যক বেদ বাক্য হেন মান॥ যাক নাটিলেক কেশী কংস বকাসুৰে, মিছা বাদ নকৰস যেন নাকে খুৰে॥ দিয়ো অনুমতি পুত্ৰ বংশৰ প্ৰধান বিধিৱতে মাধৱক কৰোঁ কন্যাদান॥ কৃষ্ণ হেন স্বামী পাওক জীযাই ৰুক্মিণী। মঙ্গল কাযাত বাপু নাপাত বিঘিনি॥'

বাপেকৰ বুজনিত ৰুক্মিৰ খং তিনিগুণ চৰিল হে। তেওঁ বুঢাক যিহকে পায় তাকে কৈ কুবাক্য প্ৰয়োগ কৰিবলৈ ধৰিলে —"হন শুনি ৰুক্মিৰ উঠিল বৰ ক্ৰোধ। বৃদ্ধ বয়সত তুমি এমুৱা অবোধ॥ আনতো নভৈলা তুমি পিতৃ নামে থাকিলা। যাদৱ গোটক বৰ জামাই খুজি পাইলা॥ তেন ৰণ ভঙ্গুৱাক বথানাহা কিক। প্ৰাণান্তিকো কৃষ্ণক নেদিবো ৰুক্মিণীক॥ শিশুপাল ৰাজাকে সে দিবো সাৰেসাৰ। একো কালে নলাৰিবো পূৰ্ব্ব অঙ্গীকাৰ॥"

শান্ত বাপেক বুঢা ৰজাই কি কৰে, গতি বিষম দেখি কিছু পৰ তল-মূৰকৈ থাকি নৈৰাশ হৈ ভয়ত পুতেকৰ কথাতে মত দি কলে—"পুত্ৰ বাক্য শুনিয়া ভীষ্মক মহাৰাই অধোমুখে আছি লন্ত মাথা চপৰাই॥ মনত বোলন্ত জানো আক পাৰে গালি। মাতন্ত নৃপতি কুমাৰক আশা পালি॥ হিয়াত আছিল মানে

কহিলোঁ হো তোক। তথু মনে যেন সুন্নাই তাকে কৰিয়োক॥ ৰুক্মিণীৰ আবে উকলয় কন্যাকাল। বিহা দিবে লাগি অনায়োক শিশুপাল॥ বিহাৰ সম্ভাৰ মানে অনায়ো বহুত। নৃপতিগণকে লাগি পাঞ্চি দিয়ো দূত॥ দেশে দেশে ৰুক্মিণীৰ বিবাহ ঘোষোক। ৰঙ্গ চাহিবাক সবে নৃপতি আসোক॥ কুণ্ডিল নগৰ মোৰ হোক জাতিঃ কাৰ। পিন্ধস্তোক নৰ নাৰী বস্ত্ৰ অলঙ্কাৰ॥ ৰাজাগণ ৰহিবাক সজায়ো বাসৰ। কৰিয়ো নিয়োজ কিবা বুলিবো বিস্তৰ।”

ৰজা ইমান ভদ্ৰ, আৰু তেওঁৰ এনে সুন্দৰ স্বভাৱ যে পুতেকে বলেৰে শিশুপাললৈ জীয়েকক দিব খুজিছে বুলিও যে তেওঁ বেজাৰ কৰি, গপ পাতি, বা থং কৰি শিশুপালক নিজে ভালকৈ আদৰ সৎকাৰ নকৰি পুতেকলৈ এৰি দিছিল এনে নহয়। যেই শিশুপাল তেওঁৰ ৰাজ্যলৈ অহা শুনিলে, তেওঁ নিজে পাত্ৰ মন্ত্ৰীৰে সৈতে লগলাগি আগবাঢ়ি গৈ শিশুপালক আদৰি আনিলে,—“তাক শুনিলেক পাছে ভীষ্মক ভূপাল। বিহা কৰিবাক আইলা ৰাজা শিশুপাল॥ আপুনি গৈলন্ত পাত্ৰ মন্ত্ৰী সমন্বিতি। আগবাঢ়ি আনিলন্ত তেক নৃপতি॥ যাক যেন যেগ্যে আনি দিলা বাসা ঘৰ। পঞ্চামৃতে ভোজন কৰাইল নৃপবৰ॥”

ৰুক্মি কুমাৰ কৃষ্ণৰ হাতত মৰিল বুলি উৰা মিছা বাতৰি শুনি ভীষ্মকে পুতেকৰ শোকত বিহ্বল হৈ কান্দিও, শেহত পুতেকে নিজৰ কুকৰ্ম্মৰ ফল ভোগ কৰিলে বুলি ভাবি, পুতেকে অনাহকত প্ৰজাবোৰ মৰালে বুলি ভীষ্মকৰ শোক পুতেকৰ নিমিত্তেতকৈ প্ৰজাবোৰৰ নিমিত্তে হে বেছি হৈছিল।—“হেন শুনি নৰনাথ, জানুত দিলন্ত মাথ, দশো দিশ দেখে অন্ধকাৰ। হাঁ পুত্ৰ কি

কৰিলি, অপুনিও মৰি গৈলি, প্ৰজাৰ চিন্তিলি মহামাৰ॥ সৰ্ব্ব কালে ক্ৰুৰ চিত, হিতক দেখিলি তিত, নুশুনিলি মোৰ হাক ডাক। কৃষ্ণক বিৰোধ কৰি, সামৰাজে গৈলি মাৰি, একেশ্বৰ কৰিলি আমাক। কৃষ্ণক যুজিয়া বলে, পুত্ৰ গৈল ৰসাতলে, তাত খেদ নাহিকে আমাৰ। মৰাইলে পদাতিগণ, তাতেসে দগধ মন, কি লৈয়া চৰ্চ্চিবোঁ ৰাজ্যভাৰ॥

যুজত হাৰি, অপমান পাই, যুদ্ধক্ষেত্ৰত মৰভাও জুৰি পৰি থকা পুতেকক ভীষ্মকে বুজাই মাতিছে—"উঠ উঠ বাপু তহ ত্যজ ইটো মৰ্ম্ম। লাজ অপমান ক্ষত্ৰিয়ৰ কোন ধৰ্ম্ম॥ হাৰিয়া জিনয় কতো জিনিয়া হাৰয়। সৰ্ব্বকালে সংসাৰত কাৰো নাই জয়॥ কোন কাৰ্য্যে বাপু তহ যুজস কৃষ্ণক। অকাৰ্য্যে মৰাইলি আনি সমস্তে কটক॥ লঘু ভৈলি আপুনি নুশুনি মোৰ বুদ্ধি। স্বতন্ত্ৰ ৰুগীয়াক কিকৰে ঔষধি॥ .. নৃপতি বোলন্ত পুত্ৰ চলিয়ো নগৰ। হেম শুনি অল্প কৰি মাতিলা কুমৰ॥.. ..শুনিয়োক পিতৃদেব বচন আমাৰ। পূৰ্ব্বে যেন কৰিযাছোঁ সত্য অঙ্গীকাৰ। ৰুক্মিণীক নেমেলাই নিজিনি কৃষ্ণক। কদাচিতো মই নপশিবো কুণ্ডিলক॥ . . ইঠাৱতে ৰহোঁ আজ্ঞা দিয়া মোক।"

ৰজাই মান্তি হৈ তাতে পুতেকক থাকিবলৈ আজ্ঞা দি ভোজকট নামে নগৰ সজাই দিয়ালে।—"হেন শুনি নৃপতি বোলন্ত এহি হোক॥ ...সিটো নগৰৰ নাম থৈলা ভোজকট॥" কৃষ্ণই দ্বাৰকাত ৰুক্মিণীক বিয়া কৰিবৰ সময়ত উগ্ৰসেনক কলে, যে মোৰ শহুৰলৈ বাতৰি দিয়া; যদি তেওঁ বিধিৱতে কন্যাদান কৰি কুটুম্বিতা কৰিব খোজে তেন্তে আহক।—'কুণ্ডিলক লাগি মোৰ

শ্বশুৰৰ ঠাই। পণ্ডিত ব্ৰাহ্মণ চাহি দিয়োক পঠাই॥ কুটুম্বিতা কৰিবাক বাঞ্ছা আছে তান। বিধিমতে আসি কৰয়োক কন্যা দান॥”

ৰজাই বাতৰি পায়েই পুত্ৰ ভাৰ্য্যা সমন্বিতে দ্বাৰকালৈ গৈ শ্ৰীকৃষ্ণক কন্যা সম্প্ৰদান কৰিলে। ৰুক্মি আৰু শিশুপাল এওঁলোক দুয়ো হে মাথোন লাজত বিয়ালৈ যোৱা নাছিল।

ৰাণী শশীপ্ৰভা ভীষ্মকৰ উপযুক্ত ভাৰ্য্যা।—“শশীপ্ৰভা নামে ভৈল তান মহাদেৱী। অতি সতী অন্তেস পুৰত সৰ্ব্বময়ী॥ নৃপ-তৰ মনোময়ী সুভগা সুন্দৰী। ৰূপে গুণে অনিন্দিতা যেন বিদ্যা-ধৰী॥ এই চাৰি ফাঁকি পদেৰেই শঙ্কৰদেৱে শশীপ্ৰভাৰ এনে ছবি আঁকী দিলে যে দ্বিতীয় শ্ৰেণীৰ কবিয়ে এপাতমান লেখি হে তাক পাৰিলেহেঁতেন। শশীপ্ৰভা স্ত্ৰীৰ সৰ্ব্বশ্ৰেষ্ঠ আৱশ্যকীয় গুণ সতী, অন্তেসপুৰত অৰ্থাৎ গৃহস্থৰ ঘৰত ঘৈণীৰ **proper place** অৰ্থাৎ ঠিক নিজা ঠাইত তেওঁ সৰ্ব্বময়ী, স্বামীৰ মনোময়ী ভাৰ্য্য, সেইবাবে সুভগা, আৰু ৰূপে গুণে তেওঁ অনিন্দিতা সুন্দৰী। সম্পূৰ্ণ সুৱাগীৰ ঘৰৰ-ঘৈণী হবলৈ আৰু কি লাগে? লাগে পুত্ৰৱতী হব। শশীপ্ৰভা ৰুক্মি, ৰুক্মৰথ, ৰুক্মবাহু, ৰুক্মকেশী আৰু ৰুক্ম-মালী এই পাঁচোটা লৰাৰ মাক; আৰু তেওঁলোক অপদাৰ্থ পো নহয়; জগতৰ মধ্যত প্ৰখ্যাত প্ৰথম শ্ৰেণীৰ বীৰ। শশীপ্ৰভাৰ এনে গাৰ্হস্থ্য জীৱনৰ সোণত সুৱগা,—এজনী মাথোন জীয়েক; তেৱোঁ পাচোটা লৰাৰ পিছত হোৱা মুমলী ছোৱালী, ককায়েক-হঁতৰ মৰমৰ, আৰু বাপেক মাকৰ প্ৰাণতো অধিক চেনেহৰ। “সবাৰে কনিষ্ঠা ভৈল নামত ৰুক্মিণী। পাঞ্চ ভাইৰ মাজে অতি

দয়াৰ ভগিনী॥ পিতৃৰ মাতৃৰ স্নেহ প্ৰাণতো অধিক।" তাৰ ওপৰত এই অতি মৰমৰ ছোৱালীটী এনে ৰূপৱতী যে "ত্ৰৈলোক্যতো ৰূপে সম নাহি ৰুক্মিণীক।"

ৰুক্মিণী বিবাহযোগ্যা হল : বাপেকতকৈ মাকৰ হে সেইটো আগেয়ে চকুত পৰা স্বাভাবিক, কাৰণ বাপেক বাহিৰত ৰাজ কাৰ্য্যাদিত দিনে ৰাতিয়ে বৰ ব্যস্ত থাকে, সেইদেখি মাকে হে সেই কথালৈ স্বামীৰ মনোযোগ আকৰ্ষণ কৰাটো স্বাভাবিক। এই কথা শঙ্কৰৰ বৰ্ণনাত কেনে সুন্দৰ হৈছে চোৱা,—"এক দিনা শশীপ্ৰভা ৰাজ মহাদেই। ভীষ্মক স্বামীক হেন বুলিলন্ত গই॥ (এইখিনিত ৰজাক বা আন শব্দ ব্যৱহাৰ নকৰি "স্বামীক" শব্দ ব্যৱহাৰ কৰাটো, শঙ্কৰে উপযুক্ত ঠাইত উপযুক্ত শব্দ ব্যবহাৰ কৰাটোৰ এটা উদাহৰণ) ৰুক্মিণী জীয়াইৰ আৰে হৈল কন্যা কাল বিচাৰিয়ো বৰ ৰাজা কৈত আছে ভাল॥ সাত পাঞ্চ নাহি মোৰ জাৱ এক গুটি। কেন মতে আসে প্ৰভু নিশ্চিন্তে ঘুমটি॥ ৰুক্মিণী সদৃশ বৰ চাহিও সকাল। ৰূপ গুণ চাহি যেন দশে বোলে ভাল॥ ভাল চাহি দিলে দৈবে যেহি লাগে হোক' অসমীয়া সজ গৃহস্থৰ ঘৰৰ ছোৱালীৰ মাকৰ কেনে স্বাভাবিক চিত্ৰ এই শশীপ্ৰভাক কোনোবা অসমীয়া জিয়ৰী বোৱাৰীয়ে নিজৰে নিচিনা বুলি শ্ৰদ্ধা ভক্তি নকৰি পাৰে নে? ৰজাই যেতিয়া জ্ঞাতি সকল আৰু পুতেকহঁতেৰে সৈতে ৰুক্মিণীৰ বিয়াৰ বিষয়ে পৰামৰ্শ কৰিছিল, ঘৈণীয়েকো সেই মেলত থকাটো স্বাভাবিক; সেই দেখি আছিলও। কৃষ্ণক জোৱাঁই কৰা ৰজাৰ প্ৰস্তাৱত যেতিয়া জ্ঞাতিসকলে আনন্দেৰে সৈতে "হয়" দিলে, তেতিয়া শশীপ্ৰভাই

নাত লগাই তেওঁৰ মন-খোৱা সেহ কথাৰ চূড়ান্ত নিষ্পত্তি কৰাটো কেনে স্বাভাবিক!—"অনন্তৰে মহাদম্ভ মাতিলা স্বামীক। সুধিব নালাগে বিহা দিও ৰুক্মিণীক॥ কত ভাগ্যে পাইবো আমি কৃষ্ণক জামাই। সুখতে থাকিব মোৰ ৰুক্মিণা জীয়াই॥" বিয়া থিৰ কৰোঁতে সকলো বাপেকৰ চিন্তা--যাতে জোৱাঁইৰ কুল শীল ভাল হয, মাকৰ চিন্তা ছোৱালীজনা এনে জোৱাঁইত পৰিব লাগে যাতে তাই সুখে থাকে। এহ মেলত বহি যে.ৰ ঘাই ভাগ শশীপ্ৰভাহ লৈছে, মেলত "ৰাই"ও তেওঁৱেঁই দেখাদিবৈক দিছে, অথচ তেওঁ কেনে ধীৰ গম্ভীৰ আৰু নিজৰ প্ৰকৃত ঠাই বুজি নিজক চলাওঁতা চোৱাঁচোন,—তেওঁ নিজৰ স্বামীক সম্বোধন কৰিছে তেওৰ "ৰাইটো" দিছে, জ্ঞাতিসকলক বা পুতেকসকলক সম্বোধন কৰি নহয়। আহি ঘৰৰ ঘৈণীৰ সুকীয়া মুখ নাই, তেওঁ স্বামীৰ মুখেদি হে কথা কয়। ইযাৰ পিছত যেতিয়া তেওঁৰ বৰ পুতেক ৰুক্মিয়ে বাপেকৰ কথা একে ফুতে উৰাই দিলে, তেতিয়া বাপেক ভীষ্মকে হে পুতেকক অলপ বুজনি দিবলৈ চেষ্টা কৰিছিল, কিন্তু মাক শশীপ্ৰভাহ একোকে নামাতি মনে মনে বল, কাৰণ তেওঁ **perfect lady** নিজৰ **position** স্থান আৰু সম্মান কেনেকৈ ৰাখিব লাগে বঢ়িয়াকৈ জানে।

ৰুক্মি যুজত কৃষ্ণৰ হাতত মৰিল বুলি যেতিয়া কুণ্ডিলত বাতৰি ওলাল, ভীষ্মকে পুত্ৰশোকত মনত নথৈ কষ্ট পাই বিলাপ কৰিছিল, সেই বিলাপত তেওঁৰ ন্যায় অন্যায় ধৰ্ম্ম অধৰ্ম্মৰ পৰিণামৰ বিবেচনা আছিল, সেইদেখি ৰুক্মিয়ে যে নিজৰ কুকৰ্ম্মৰ ফলভোগ কৰিলে সেইটো তেওঁৰ মনত উদয় হৈছিল। তেওঁ পুত্ৰশোকত পৰি ও

কৃষ্ণৰ বিৰুদ্ধে একেষাৰো বাক্য প্ৰয়োগ কৰা নাছিল। কিন্তু শশীপ্ৰভা তিৰুতা মানুহ; মাকৰ আন সকলো এফাল, অপত্য-স্নেহ এফাল; অপত্যস্নেহৰ আগত জোঁৱাইও উৰে। পুতেক চোৰ হওক, ডকাইত হওক, পাপী হওক, মূৰ্খ হওক, তথাপি তাৰ মৃত্যুতে মাক অধৈৰ্য্য; সেইদেখি শশীপ্ৰভাই পুতেকৰ মৃত্যুৰ কাৰণ জোঁৱায়েককো শুদাই নেৰি বেজাৰত টান মাত দিলে "পুত্ৰ শোকে দহে গাৱ, হিয়ে হানে মুষ্টি ঘাৱ, হাঁ হাবিয়াসৰ পুতাই। কৃষ্ণ যমাই যমদূত, হুয়া তোক নিলে পুত, মোক শোক সাগৰে পেলাই॥" মাকৰ চকুত জীয়েকৰ গাতো দোষ নাই, পৰৰ লৰা জোঁৱায়েকৰ গাত হে সমুলি দায়।—"তোহোক কাটন্তে চাই, থাকিবা ৰুক্মিণী আই, প্ৰাণক ধৰিব কোন সতে। ভ্ৰাতৃ শোক পায়া ঘোৰ, সি কি জীয়াই জীয়ে মোৰ, জানিলোঁ হো মৰিব লগতে॥ পুত্ৰ জীক হৰুৱাই, থাকিবোঁ কাহাক চাই, জীওঁ কিয় কুলক্ষণী নাৰী। এহি বুলি পাটেশ্বৰী কান্দে আৰ্ত্তনাদ কৰি, পৃথিবীত লোটালুটি পাৰি॥" ওপৰৰ কথাৰ লগতে তেওঁ বেজাৰত কোৱা কথা কেইষাৰ কেনে স্বাভাবিক চোঁৱা।"—জ্ঞাতিগণে দিলে হাক, তোক দ্বন্দ কৰিবাক, মুগুনিলি কিনো স্বতন্তৰ। ওলাই গৈলি নাচি বাগি, পুত্ৰ ইজন্মক লাগি, উলটিয়া নপশিলি ঘৰ॥ পাঞ্চো পুত্ৰে ভৈলোঁ সুখী, আছিলোঁ সুবৰ্ণ কুক্ষি, সিও নাম খণ্ডাইলি কুমাৰ। কিনো ভৈল হৃদি শোক, বিধাতা দণ্ডিলে মোক, যমপুৰে আমাক সুমৰ॥ ৰাজাৰ কুমাৰী গণে, তোক সেৱে সৰ্ব্বক্ষণে, শীতল শয্যাত থাক শুই। আজি বাপু প্ৰাণ এৰি, কোন থানে আছ পৰি, কাক শৃগালৰ ভক্ষ হুই।"

ৰাণীৰ শোক দেখি তেওঁৰ দাসী আৰু অন্তেসপুৰৰ আন আন নাৰীসকলে তেওঁক বুজালে যে "ৰুক্মি সঁচাকৈয়ে মৰিলে নে নাই এই বাতৰিটোকে আগেয়ে ভালকৈ জানি লোৱা; আমি শুনিছোঁ, ৰুক্মি মৰা নাই। এই বুজনি শুনি শশীপ্ৰভাই অলপ উশাহ পাই তেওঁলোকক উত্তৰ দিলে "তোমাসাৰ বাক্য সিদ্ধি হোক। মোৰ দুই পুত্ৰ জীয়, হোক আজি চিৰঞ্জীৱ, আমাৰ খণ্ডাক হৃদিতাপ॥" এই বুলি তেওঁ অলপ আশ্বস্ত হৈ যুদ্ধ-ক্ষেত্ৰলৈ লৰি গল। যুদ্ধক্ষেত্ৰত যেতিয়া মৰভেশ যুৰি থকা পুতে-কক মাকে দেখিলে তেতিয়া পুতেক মৰা নাই বুলি তেওঁ সাৰথিৰ পৰা শুনি পুতেকক বুজনি দি মাতিলে– "উঠ উঠ বাপু তই লাজ পৰিহৰি। তোহোৰ সন্তাপে ক্ষণেকতে যাওঁ মৰি॥ নথণ্ডয মোৰ হৃদয়ৰ শুলগুলি। এভো মোক কেনেক নামাত মুণ্ড তুলি॥ কতনো বুজাইলোঁ। নুশুনিলি হাক ডাক। তোহোৰ আগত নপাইলোঁ হো মৰিবাক॥ জমায়েৰে তোহোৰ যুজিবে কিয় লাগে। এৰাইলি প্ৰমাদ আজি কত পুণ্যভাগে।"

জীয়েকৰ বিয়ালৈ দ্বাৰকালৈ গৈ শশীপ্ৰভাই দৈৱকীৰে সৈতে কেনে বিনয়ী-মেল আৰু আত্মীয়তা পাতিলে চোৱা– "অন্তেসপুৰত শশীপ্ৰভা পয়োসাৰ॥ বিহানীক দেখিয়া দৈৱকী গাৱ চালি। অনেক সাদৰে ধৰিলন্ত আকোৱালি॥ মহাদৈও দৈৱকীক সাবটিলা ৰঙ্গে। দুয়োজনে আসনে বসিয়া একসঙ্গে॥ মায়ৰ দেখিয়া ৰুক্মিণীৰ ৰঙ্গ চিত্ত। উৰুক মুৰুক কৰি গৈলা সন্নিহিত॥ শাশুক প্ৰণামি পাছে নমিলা মাতৃক। মহাদৈও গলে বান্ধি ধৰি ৰুক্মিণীক॥ মোহোৰ কেশৰ আয়ু লৈয়া তুমি জীয়াঁ। দেখিবাৰ

পৰাসে জুৰাইল মোৰ হিয়া॥ হেন জানো আউৰ নেদেখিবো তোক আই। নয়নৰ চন্তে নীৰ ধাৱে বহি যায়॥ ৰুক্মিণীও ভৈলা পাছে সজল নয়ন। দৈবকী বোলন্ত চুইকো প্ৰবোধ বচন॥ বস্ত্ৰৰ অঞ্চলে দুইৰো মলছিলা মুখ। কি কাৰণে বিহানী কৰিছা মন দুখ॥ তোমাৰেসে জী জমাত তোমাৰেসে ঘৰ। তুমি সে আপোন হৈবা আমি হৈবোঁ পৰ॥ জামাই পাইলা কৃষ্ণক কতেক পুণ্য ভাগে। আনন্দ উৎসব আতি কৰিবাক লাগে॥"

ৰুক্মিণীৰ বিয়াৰ পিছত কুণ্ডিনলৈ আহিবৰ সময়ত শশীপ্ৰভাই বিয়নীয়েকৰ হাতত ধৰি বিদায় লৈছে - "দৈবকীৰ হাত ধৰিয়া বোলন্ত শশীপ্ৰভা মহাদই॥ পাঞ্চপুত্ৰ মাজে জীয় এক খানি, সম্যকে মোহোৰ জীৱ। কাবো কৰো হেৰা, পালিবা গোসানী, তোমাৰেসে ভৈল জীয়॥ গুৰাগতে মোৰ, বাঢ়িল ৰুক্মিণী, ঘৰে কৰে নিতে ৰোষ। ঢাকি ৰাখি তুমি আপুনি চাহিয়া মৰষিবা দশ দোষ॥ তোমাৰ হাতত সম্পিলোঁ জায়ক, কৰিলোঁ হেৰা মেলানি॥" ওপৰত দিয়া পদবোৰ পঢ়াৰ পিছতো কব লাগিব নে যে শঙ্কৰদেৱৰ ৰুক্মিণী হৰণ কিয় অসমীয়াৰ আদৰৰ ধন হৈছে ?

বেদনিধি বামুণৰ মুখে কৃষ্ণই ৰুক্মিণীৰ কথা শুনি দৰালৰিকৈ ৰথত উঠি কুণ্ডিনলৈ গুচি আহিল; ঘৰত তেওঁ মাক ককায়েক আদি কাকো সেই কথা ভাঙি নকলে; কাৰণ তেওঁ তেতিয়াও প্ৰথম বয়সীয়া লাজকুৰীয়া ডেকা। তেওঁ বেদনিধিক বিশ্বাসে কৈছে, ৰুক্মিণীৰ ৰূপ গুণৰ কথা যি দিনা তেওঁৰ কাণত পৰিল "সেই কাল

হন্তে মোৰ চিত্ত নোহে থিৰ॥ নাহি সুখ শান্তি মোৰ মুকচয় ভাত। উগুল থুগুল নিদ্রা নাসয় শয্যাত॥ ৰুক্মিণীৰ যত দুখ কহিলা বিপুল। তাতো দশগুণে আতি আমিসে আকুল।” কিন্তু মোৰ মনৰ কথা কাক কম? কাক মোৰ প্রেম-বেদনা জনাম? তুমি বেদনিধি “প্রাণ সম মিত্র মোৰ কহিবাৰ ঠাই।” এইবাবে তোমাকে মনৰ কথা ভাঙি কৈছোঁ। এতেকে বলা। “ঝাণ্টে যাওঁ তৈত জানো মিলে আথান্তৰ কৃষ্ণ কুণ্ডিনলৈ অকলৈ গুচি যোৱা শুনি আনে বিশেষ একোকে নাভাবিলে, কিন্তু মাক দৈবকীয়ে সেই কথা শুনি ভাবিবলৈ ধৰিলে। মাকৰ পেট অলপতে পুতেকৰ নিমিত্তে পোৰে, সেইদেখি তেওঁৰ মহা চিন্তা হল;—“একেশ্বৰে লৰি যোৱ গৈলন্ত গোবিন্দ। শুনি দৈৱকীৰ নয়নত নাসে নিন্দ॥ পুত্র বলভদ্র গদ সাত্যকিক আনি। সবাকো সম্বোধি হেন বুলিলন্ত বাণী॥ একেশ্বৰে কুণ্ডিনক গৈল গোবিন্দাই। লগত নলৈল পুত্র কাহাকো সহায়॥ শুনি আছোঁ ৰাজাগণে আছে গোষ্ঠী কৰি। বিস্তৰক একেশ্বৰে কি কৰিব হৰি॥ সকলে শক্রৰ মেল মিত্র কেহো নাই। জানিলোঁ কন্যাৰ লোভে গৈল গোবিন্দাই॥ ৰাজাগণ সমে তান সদায় বিবাদ। কিবা কুটনাট কৰি মিলাৱে প্রমাদ॥ শুনিযো সাত্যকি গদ শুনিয়ো বলাই। ভাযেৰৰ লগ ঝাণ্টে লৈযোক বপাই॥ একেশ্বৰে মাত্র পুত্র গৈলেক বজাই॥ কেতিক্ষণে কিবা শুনো ডৰে ধাতু যায়॥ গোবিন্দে সহিতে সবে ঝাণ্টে হোৱাঁ ভেঁট। নসহে পৰাণ মোৰ পোৰে আতি পেট॥” সততে পুতেকৰ

নিমিত্তে মাকৰ কেনে চিন্তা কেনে ভাবনা তাৰ জ্বলন্ত উদাহৰণ ইয়াতকৈ আৰু কিবা আছে নে? কেনে স্বাভাবিক বৰ্ণনা। মাকৰ সহজ জ্ঞানে (**instinct** এ) তেওঁক কৈ দিলে, তেওঁ জানিলে—"জানিলোঁ কন্যাৰ লোভে গৈল গোবিন্দাই।" সেই জ্ঞানে তেওঁক আৰু কৈ দিলে যে সদায় কৃষ্ণৰে সৈতে ৰজাবিলাকৰ বিবাদ, সেই দেখি তেওঁলোকেৰে সৈতে কৃষ্ণৰ যুজ হাই লাগিবৰ সম্ভৱ ; কিন্তু কৃষ্ণৰ বিক্ৰম যদিও তেওঁ জানে তথাপি কৃষ্ণ অকলসৰীয়া, আৰু ৰজা অনেক ; সেই বাবে সৈন্য সামন্ত লৈ বলভদ্ৰ গদ সাত্যকি আদি যদুবীৰ সকল কৃষ্ণৰ সাহায্যৰ নিমিত্তে যোৱা উচিত। কোৱা বাহুল্য যে মাকৰ মনত যি ওলাইছিল, ঘটনা তেনেকুৱাই ঘটিছিল, আৰু যদুবীৰসকলক পঠিয়াই তেওঁ বৰ ভালকে কৰিছিল।

বিয়নীয়েক শশীপ্ৰভাৰে সৈতে দৈৱকীৰ কেনে স্বভাৱতে সুন্দৰ আদৰৰ কথাবাৰ্ত্তা হৈছিল, ওপৰত আমি তাক দেখুৱাই আহিছোঁ।

ৰুক্মিণীৰ ধাই সুমালিনী কেনে আমাৰ চিনাকী ধাই তাইৰ দুই চাৰি আষাৰ কথা শুনিলেই সেইটো আমি বুজিব পাৰোঁ। বিয়াৰ পিছত শশীপ্ৰভা বিয়নীয়েকে দৈবকী বিয়নীয়েকৰপৰা যেনেকৈ বিদায় লব লাগে ললে, ধাই সুমালিনীয়েও সময় বুজি তেনে নকৰি থাকিব নে? সকলোৰে ঘৰত সকলো জীয়ৰী ছোৱালীক ধায়ে তেনে সময়ত তেনে কৰে, শঙ্কৰদেৱৰ চিত্ৰপটৰ সুমালিনীয়েই বা নকৰিব কিয়? কিন্তু শশীপ্ৰভাই বিয়নীয়েকৰ হাত ধৰি মাত লগাই জীয়েকক বিয়নীয়েকৰ হাতত হে সঁপি দিছিল, জোৱাঁয়েক

কৃষ্ণৰ হাতত নহয়, কাৰণ শাহু হৈ তেনে কৰাটো অলপ সঙ্কোচৰ কাম আৰু হিন্দুৰ ঘৰত বোৱাৰীৰ গৰাকী শাহু হে ; কিন্তু সুমালিনীয়ে সেই সঙ্কোচ কৰিবৰ সকাম নাই ; সেই দেখি সুমালিনীয়ে জোৰাঁই কৃষ্ণকে সম্বোধন কৰি তেওঁৰ হাতত ৰুক্মিণীক সমর্পি দিলে—"পাছে সুমালিনী ধাই মাধৱক বোলয় কৰি কাতৰ ॥ কত পুণ্যে পাইলে, তোমাকে সুস্বামী, ইহ পৰলোকে গতি। দিনে দশ দোষ ক্ষমিবা আপুনি, ৰুক্মিণী যে শিশুমতি ॥ কোলায়ে বোকায়ে তুলিলোঁহো দুখে, সুখ দিয়াঁ মোৰ আই চৰণত ধৰোঁ কাতৰ কৰোঁ, পালিবা তুমি গোসাঁই ॥ মাধৱে এই কথা শুনি সন্তোষ পাই, আৰু সুমালিনীৰো পেটৰ ঘাই কথা বুজি যি কৰা উচিত তাকে কৰিলে, অর্থাৎ তাইক বঁটা দি সন্তুষ্ট কৰিলে,— "মাধৱে বোলন্ত, শুনা সুমালিনী, বুলিবে মোক ন'লাগে। প্রাণতো অধিক, দেখোঁ ৰুক্মিণীক, ভার্য্যা পাইলোঁ কত ভাগে ॥ এহি বুলি হৰি ধাইৰ মন পূৰি, দিলা বস্ত্র অলঙ্কাৰ।" এইবোৰ বর্ণনা কেনে স্বাভাবিক !

ৰুক্মিণীৰ বিশ্বাসৰ পাত্র আৰু মনৰ কথা জনা সুমালিনীয়ে শুনিলে যে ককায়েক ৰুক্মিয়ে শিশুপালক মতাই আনিছে, ৰুক্মিণীক বিয়া দিবলৈ বুলি। বাতৰিটো শুনিয়েই তাই লৰি আহি সেই খবৰ ৰুক্মিণীক দিলে—"হৰস-ফৰস কৰি কথা কহে তাই। আথান্তৰ কথা আবে নতু শুন আই ॥ মাধৱ স্বামীক লাগি তই আশা এৰ। কৃষ্ণত নেদেয় বিহা ৰুক্মি যে ভায়েৰ ॥ শিশুপাল নৃপতিক আনি আছে বৰ। স্বৰূপে কহিলোঁ আবে যেহি লাগে কৰ ॥" এই নির্ঘাত বচন শুনি ৰুক্মিণী "থিয়ৈয়ে শুইল কিছু নাহি বোল মাত ॥ নাহি শ্রুতি জ্ঞান যেন ধাতু গৈল উৰি। অচেতন হুয়া

পৃথিৱীতে ৰৈল পৰি॥" অতি আনন্দৰ উল্লাস থাকোঁতে এনে বজ্ৰাঘাতৰ নিচিনা নিৰানন্দৰ বাতৰি শুনিলে মানুহৰ যেনে হয়, ৰুক্মিণীৰ ঠিক তেনেই হৈছিল। সুমালিনীয়ে কিন্তু ইমান দূৰ হব বুলি ভবা নাছিল, এতিয়া গতি বিষম দেখি "আকোঁৱালি তুলি লৈলা সুমালিনী ধাই। কি কাৰণে বিকল হৱস তই আই॥ হৰি হৰি আই তোক ছলিলেক বিধি। তোৰ মন বাঞ্ছিত নভৈলা কিছু সিদ্ধি॥"

এনেবোৰ স্বাভাবিক বৰ্ণনা যে অসমীয়া মতা তিৰুতাৰ মনৰ আঁহে আঁহে সোমাব তাত আশ্চৰ্য্য কি?

গ্ৰন্থৰ নায়িকা ৰুক্মিণী কন্যা যেনে ৰূপৱতী তেনে বুদ্ধিমতীও। ইয়াৰ প্ৰমাণ, ৰুক্মিণীয়ে বেদনিধিক মতাই অনাই বুধি-ভাগ দি কৈ-মেলি যেনেকৈ কৃষ্ণৰ ওচৰলৈ পঠিয়াইছিল, সেই কথা পঢ়িলেই পোৱা যায়। হঠাৎ বিপদৰ কথা শুনি আন ছোৱালীৰ দৰে তেওঁ অকল মূচ্‌কচ গৈ আৰু কান্দি ব্যাকুল হৈয়েই আশা নাৰৰ গুৰি-বঠা এৰি নিদিলে, বা মাকৰ ওচৰলৈ গৈ কান্দি মাককো শোকাকুল কৰাটোকেই শ্ৰেয়ঃ বুলি নাভাবিলে। তেওঁ "বিপদি ধৈৰ্য্যং" ধৰি বুধি উলিয়াই,—তেওঁক সৰুৰেপৰা তোলা, লেখা পঢ়া পূজাসেৱা শিকোৱা বিশ্বাসী বেদনিধি বাপুক মতাই অনাই মনৰ দুখৰ কথা কৈ, কৃষ্ণক মাতি আনিবলৈ দ্বাৰকালৈ পঠিয়াই দিলে। বুঢ়া বয়সীয়া পণ্ডিত বাপুক মাথোন কন্যাকাল উকলি যোৱা ছোৱালী এজনীয়ে কেনেকৈ শিকাই-পঢ়াই কৃষ্ণৰ ওচৰলৈ পঠিয়াইছিল দেখিলে সেই ছোৱালীক বাহাতুৰি দিব লাগে। "ৰুক্মিণী বোলন্ত তুমি মোক আছাঁ তুলি। পিতৃত মাতৃত কৰি

তোমাতেসে নুলি। সৰ্ব্বকালে হিতকাৰী তুমি গুৰু বাপ। খণ্ডায়োক মোৰ আবে ঘোৰ হৃদিতাপ॥" এই কেইযাৰ কথাৰে তেওঁ বামুণৰ মনটো কোমলাই লৈ কলে—"দ্বাৰকাক যায়ো তুমি মাধৱৰ পাস॥ আগে মোৰ নমস্কাৰ কহিবা অশেষ। পাছেসে কহিবা মোৰ বচন সন্দেশ॥ কৃষ্ণৰ চৰণে মোৰ, হেন কথা কহি-বাহা... । তোমাৰ চৰিত্ৰ গুণ, দেশান্তৰী মুখে শুনি, স্বামী ভাৱে বৰিলোঁ তোমাক॥ ইঠাৰৰেপৰা হেঁৰা, সহস্ৰ প্ৰণাম কৰেঁ, জানু শিৰে চৰায়া মাথ। সপোনে সচেতে মই, তোমাকসে চিন্তি আছোঁ, তুমি মোৰ হৈবা প্ৰাণনাথ॥ কায় বাক্য মনে মই তোমা-ৰেসে ভাৰ্য্যা হৈবোঁ, মোহোক নেনোক শিশুপালে। প্ৰমত্ত সিংহৰ আগে, বঁটা থৈয়া আছে যেন, নহৰাক অধম শৃগালে॥ জৰাসন্ধ আদি কৰি, যতেক নৃপতি আছে, তোমাৰ আগত যেন তৃণ। প্ৰচণ্ড বাঘৰ আগে, যেন গাৰ ঘেলাৱয, অতিক্ষুদ্ৰ মৃগ যে হৰিণ। ... কেন আছোঁ বাট চাই, দিনে এক যুগ যায়, মোক কিয় নেনা আসি ঝাণ্টে॥ কতবা জন্মৰ ভাগে, পুণ্য বলে পাইবোঁ লাগ, তুমি হেন স্বামী সেবিবাক॥ সুন্দৰ তৰুণ তনু, ত্ৰৈলোক্য মোহন মূৰ্ত্তি, প্ৰথম বয়স অভিমত। তযু ৰূপ গুণে ভুলি, নবৰিব স্বামী বুলি, কোন তিৰী আছে সংসাৰত॥"

ইয়াৰ পিছত ৰুক্মিণীয়ে কৃষ্ণলৈ বুধি শিকাই দি পঠিয়াইছে, বন্ধু বান্ধৱ জ্ঞাতি কুটুম্বক নবধি, ৰক্তপাত নকৰি, সুকলমে সুত্‌ কৰে কেনেকৈ কৃষ্ণই তেওঁক লৈ যাব পাৰিব।—"হেনবা বুলিবা কন্যা, অন্তেসপুৰত থাকা, কেন মতে লাগ পাইবোঁ যাই। বন্ধু বান্ধৱক মোৰ বধিবাক নলাগয়, শুনা কহোঁ তাহাৰ উপায়॥ বিবাহৰ পূৰ্ব্ব

দিনা, অন্তেসপুৰৰ হন্তে, যাইবোঁ ভৱানীক পূজিবাক। তোমাৰেসে বাঞ্ছা যদি, আছে মোক প্ৰভুদেৱ, সোহি বেলা হাৰিবাঁ আমাক॥ মোক যেবে হেলা কৰি, নেনা আসি প্ৰভু হৰি, থাকিবোঁহো এহি মতে পৰি। প্ৰাণান্তিকো একো কালে, শিশুপাল নৃপতিৰ ছাঁয়াতে নিদিওঁ মই ভৰি॥ তবু চৰণক যেবে, নেদেখোঁহো প্ৰভুদেৱ, দিলোঁ পৰিছেদ এহিমানে। নিৰাহাৰ ব্ৰত ধৰি, তোমাতেসে স্ত্ৰীবধ, দিয়া তেবে মৰিবোঁ পৰাণে।" এনেবোৰ মন উতলোৱা কথা কৈও, সুকলমে কাৰ্য্য সিদ্ধিৰ নিমিত্তে এনে বুধি-ভাগ দিও, ৰুক্মিণীয়ে বেদনিধিক কৈছে- "যতেক বুলিলোঁ মই, তাতো শতগুণ কৰি, আপুনি কহিবা তুমি কথা মাধৱক মাতি বুলি যেনে তেনে আনিবাঁহা, যেবে তযু মোত আছে বেথা॥ হেৰা দেখা শিশুপাল, নৃপতি পাপীষ্ঠ ইটো, আসি ৰহিয়াছে মোক চুম্পি। বিস্তৰ বিলম্ব ভৈলে, আসিয়া ন'াইবা মোক, মৰিবোঁ তোমাতে প্ৰাণ সম্পি॥"

এই ছোৱালীটি "তাৰিফ" কৰিব লগীয়া ছোৱালী নহয় নে? বেদনিধি বাপুও প্ৰবোধ দিব নজনা বাপু নহয়। "ই কাৰ্য্যক লাগি আই, চিন্তা দুখ পৰিহৰ, চকুৰ মলছ তই পানী। আছন্তোক কৃষ্ণদেৱ, আকাশৰ চন্দ্ৰমাক, হাততে দিবাক পাৰোঁ আনি। মোহোত কহিলি যেবে, সাধিবোঁ সকলে কাৰ্য্য, স্থিৰ কৰি থাক দৃঢ় চিত্তে। বচন শিলৰ ৰেখা, মোৰ মুনিষাই দেখা, আনিবোঁ কৃষ্ণক তিলেকতে॥"

ৰুক্মিণীয়ে এই প্ৰবোধ শুনি আশ্বস্ত হৈ আকৌ ব্ৰাহ্মণক সাৱধান কৰি দিছে, কাৰণ তেওঁ জানে যে গোপনকৈ কাৰ্য্য কৰিলেহে

নির্ব্বিঘিনিয়ে সিদ্ধি হব।--"আনে যেনে নজানয়, গোপ্য কৰি যাইবা গুৰু কথা যেন নোহয় প্ৰচাৰ।" বামুণে উত্তৰ দিলে "মোক শিকাইবাক নলাগয় ই কাৰ্য্যে, আপুনি মই ডাঠ।" দ্বাৰকালৈ গৈ কৃষ্ণক সঁচাকৈয়ে তেওঁ ৰুক্মিণীয়ে কোৱা মতে সকলোঁ কথা কলে, আৰু ৰুক্মিণীয়ে কোৱা মতেই "কহিলন্ত বেদনিধি তাতো দশ গুণ।"

ৰুক্মিণী ইমান বুদ্ধিমতী ছোৱালী, কিন্তু তথাপি বহুৎ দিনৰ পিছত দ্বাৰকাত এদিন কৃষ্ণই তেওঁক ঠাট্টা কৰি ধেমালিতে একাষাৰ কথা কৈছিল, তাতে তেওঁ ভয় আৰু বেজাৰত প্ৰাণৰো আশা পৰিত্যাগ কৰিছিল,—"ৰুক্মিণীক কৰিলন্ত প্ৰেমে পৰিহাস। ভয়তে ভৈলন্ত দেৱী প্ৰাণতো নৈৰাশ॥' বুদ্ধিৰ প্ৰখৰতা থাকিলেও যে অনেকে সামান্যে ঠাট্টা ধেমালি বুজিব নোৱাৰে এয়েই তাৰ প্ৰমাণ।

ৰুক্মিণী পাঁচো ভাইৰ অতি মৰমৰ ভনীয়েক, তথাপি ৰুক্মিয়ে কৃষ্ণৰে সৈতে তেওক বিয়া নিদি তেওঁৰ ঘৃণাৰ পাত্ৰ শিশুপালেৰে সৈতে বিয়া দিব খোজাত তেওঁৰ খং উঠি মনে মনে ককায়েকৰ আৰু শিশুপালৰ প্ৰতি **unparliamentary** ভাষা প্ৰয়োগ কৰা অৰ্থাৎ গালি পৰাটোও স্বাভাৱিক নহয় নে?—"ভাই নোহে সিটো পাপী পৰম চণ্ডাল। উপজি নমৰি কিয় আছে এত কাল॥ কোন সতে বঞ্চ মোৰ কৃষ্ণ হেন স্বামী। কিনো নিদাৰুণ তই ভৈলি অধোগামী॥......হেন মনোৰথ মোৰ কৰিলি বিফল। জ্যেষ্ঠ ভাই নোহ সাতশত্ৰুতো আগল॥ মোহোৰ কৰ্ম্মেসে উপজিলি ধূমকেতু।. ...তথাপি কৃষ্ণক চিন্তি এৰিবোঁহো প্ৰাণ। কদাচিতো মই স্বামী নবৰিবোঁ আন॥ মোক বিয়া কৰিবাক আইল

শিশুপাল। মোৰ মনে তেবেতো জীৱন ভৈল ভাল॥ তাহাৰেসে মুখে মোক বিহাইবাক পাৰে। সিংহৰ ভাৰ্য্যাক যেন শৃগালেসে ধাৰে॥ (অৰ্থাৎ মোক বিয়া কৰোঁতা তাৰ মুখখন চাওঁ; সিংহৰ ভাৰ্য্যাক শিয়ালে নিবলৈ আহিছে!) চন্দ্ৰক ধৰিবে খোজে শিশু হাত তুলি। অমৃতক বাঞ্ছে যেন চুকৰ ভেকুলি॥... ...সেই মতে আশা শিশুপাল নৃপতিৰ তাৰ মুখে স্বামী হৈলে পাৱ ৰুক্মিণীৰ॥ ত্ৰৈলোক্যৰ নাথ মাধৱক এৰি যাই। কোনে শিশুপালক বৰিব চক্ষু খাই॥ সিংহ এৰি শৃগালক ভজে কোন প্ৰাণী। দুগ্ধ এৰি কোনজনে খায় খাৰপানী॥”

ককায়েকক খণ্ডত এনেকৈ গালি পৰা ৰুক্মিণীয়েও, যুদ্ধত যেতিয়া কৃষ্ণই ৰুক্মিক হৰুৱাই কাটিবলৈ দা ডাঙ্গি লৈছিল, তেতিয়া কেনেকৈ নিজৰ চকুৰ লোবে গা তিয়াই ৱিহাৰ আঁচল পাতি ককায়েকৰ প্ৰাণ ভিক্ষা কৰি স্বৰ্গীয় ভ্ৰাতৃস্নেহ দেখুৱাই জগতক বিমোহিত কৰিছিল! সেই স্বৰ্গীয় দৃশ্যই প্ৰাণত শীতল শান্তি দান কৰোঁ—‘আথেবেথে মাধৱৰ চৰণত ধৰি। অনেক কাতৰ কৰি মাতন্ত সুন্দৰী॥ ৰাখাঁ ৰাখাঁ প্ৰভু আৰ নলৈয়োক প্ৰাণ। অঞ্চল পাতিয়া আবে মাগোঁ ভ্ৰাতৃদান॥ তোমাৰ আগত ইটো যেন ক্ষুদ্ৰ মশ। ইহাক কাটিলে হৰি হৈবে কোন যশ॥ তোমাক বিৰোধ কৰি খাইলে দুই আখি। মৰিবাক লাগিয়া হাতীক যুজে মাখি॥ সিংহক জোঁকাৰে যেন ক্ষুদ্ৰ মৃগ হুই। দোষক চাহান্তে ৰাখিবাক যোগ্য নুই॥ তথাপিতো মোক চান্তে কৰিয়োক ৰক্ষা। যত লাগে আনো মতে কৰিয়োক কক্ষা॥ যিহোক সিহোক মোৰ হৱে জ্যেষ্ঠ ভাই। ইহাক কাটন্তে কোন

সতে থাকোঁ চাই ॥ শশীপ্ৰভা আই মৰিবন্ত পুত্ৰশোক ॥ আমাক গৰিহা কৰিবন্ত সৰ্ব্বলোক ॥ ভ্ৰাতৃবধ কৰাইলেক স্বামীক অনাহ। ৰুক্মিণীত পৰে দুৰাচাৰী আন নাই ॥ ক্ষমা কৰা মোৰ নাথাকোক কুখিয়াতি। . . মৰি আসিলেক দেখা নাহ মাত বোল। তোমাৰ হাতত ঠাই ভৈল গৰ্ব্ব বোল ॥ জীয়োক ভাই মোৰ দাস্তে লও খেৰ। হেন জানা তোমাৰ থাণ্ডাৰ ভৈল হে৷ আপোনাৰ কু বুদ্ধিয়ে গৈল ৰসাতল মৃতক প্ৰাণীক কাটিবাৰ কোন ফল তথাপিতো ক্ষমা নেবে নাহিকে তোমাৰে। ভাই ভাগিনীক কাটিযোক একেবাৰে ॥ এহি বুলি মকমকি কান্দন্ত সুন্দৰী পতিল লোতকে মাধৱৰ দুই ভৰি ॥

এহ ৰুক্মিণীৰ স্বভাৱ মাক শশীপ্ৰভাহ ভালকৈ জানিছিল। সেই দেখি তেওঁ ৰুক্মিৰ মৃত্যুৰ বাৰ্তাৰ (মিছা বাতৰি) শুনি কান্দি কৈছিল, "তোহোক কাটন্তে চাহ, থাকিবা ৰুক্মিণী আই, প্ৰাণক ৰাখিব কোন মতে। পাও শোক পাছা ঘোৰ, সি কি জীয়াহ জীয়ে মোৰ, জানিলোঁ হো মৰিল লগতে ॥"

যুদ্ধৰ অন্তত বলভদ্ৰহ যেতিয়া কৃষ্ণৰ ৰথৰ ওচৰলৈ আহি দেখিলে, "ৰুক্মিক দেখিলা গৈয়া বিকৃত কুবেশ। গোবিন্দে বিগুতি চাঞ্চিলন্ত গোম্ফ কেশ ॥ কৰিলা লাঞ্ছনা হৰি কালি চুণে চুহ। পৰি আছে ৰুক্মিবীৰ অধোমুখ হুব ॥" আৰু তোকে লাগি মহা মন্দে গালে হাত দিয়া। কান্দিয়া আছন্ত সতী ভীষ্মকৰ জীয়া ॥ সৰসৰি নয়নৰ পৰয় লোতক" এনে অৱস্থাতো জেঠালেক বলভদ্ৰক দেখি ৰুক্মিণীয়ে মুৰত ওৰণি লবলৈ পাহৰা নাছিল। এইটো স্বভাৱতে কেনে সুন্দৰ ! আকৌ চোৱা, বলভদ্ৰই ৰুক্মিণীক

প্ৰবোধ দিবৰ মনেৰে তায়েক কৃষ্ণক কেনেকৈ বকিছে "ৰুক্মিণীৰ তাপ দেখি বলো সকৰুণ। কৃষ্ণক বোলন্ত তুলি কিনো নিদাৰুণ॥ কিসক কৰিলা কুটুম্বৰ মৰ্ম্মভেদ। কোন কাৰ্য্যে দিয়া বোৱাৰীক হৃদি খেদ॥ আনে পিন্ধাৱয় আনি চন্দন কুঙ্কুম। তুমি চুণে ছুইলা নব সম্বন্ধী কুটুম। ইহাৰ অৱস্থা দেখি মনে লাগে দুখ। কেন মতে বহাৰীৰ চাহিবাহা মুখ॥ ৰুক্মিক কৰিলা এতমান বহু শাস্তি। হেনসে নিৰ্দ্দয় ভৈলা পৈলা কুখ্যাতি॥" কৃষ্ণক এইদৰে বকি তেওঁ ৰুক্মিণীক প্ৰবোধ দি কলে— "এৰা মনকষ্ট শোক নকৰিবা সতি॥ ক্ষত্ৰী জাতি ভৈলে হোৱে হেন ব্যৱহাৰ। বিবাদ লাগিলে ভাই ভাই চিণ্ডে মাৰ। দাৰুণ ক্ষত্ৰিয় জাতি হেনসে অবোধ। সংগ্ৰাম লাগিলে পিতা পুত্ৰে কৰে যুধ॥ হেন জানি মাৱ তুমি নকৰিবা মন্য॥ দুৰ্জ্জন ৰুক্মিও নেৰে কন্দলৰ আশ। মন্দ কাৰ্য্য কৰিয়া আপুনি হোৱে নাশ॥ আৰ কোন হানি হোৱে কিয় আসে ধাই। উদয়াৰ ঘাণ্ডে যেন মৰে মাটি খাই॥ ইহাৰ নকাঢ়ো দোষ বিধিৰ বিপাক। কোনে এৰাইবাক পাৰে বিধি লিখিতাক॥ হেনয় লাঞ্ছনা হৈব কৃষ্ণৰ হাতত। লিখিলে বিধাতা হৈবে আৰ কপালত॥" কেনে সুন্দৰ বুজনি! আৰু কেনে চেনেহৰ মাতেৰে দিয়া।

কৃষ্ণ যেতিয়া ৰুক্মিণীৰে সৈতে দ্বাৰকাৰ ঘৰ সোমালগৈ মাক দৈবকীয়ে "সধৱা সুন্দৰী নাৰীগণ লৈয়া সঙ্গে। পুত্ৰ বহাৰীক আগ বাঢ়ি গৈলা ৰঙ্গে। মাতৃক দেখিয়া হৰি যান্ত ধীৰে ধীৰে। ৰুক্মিণী সহিতে প্ৰণামিলা জানুশিৰে। চিৰজীৱ হোৱা বুলি আশী-সিলা সতী। ৰুক্মিণী বহাৰীয়েৰে হোক সুৰসতি॥ ৰুক্মিণীক

সখি কৰে দৈবকী ভৰিয়। সাফল বহাৰী পাইলোঁ। পুত্ৰ সদৃশ॥ দুইহাস্তৰ হস্তক কৰিয়া এক ঠাই। গৃহ প্ৰবেশিলা নিয়া আনন্দ বঢ়াই॥ সবে কন্যাগণে হাতে দীপ ঘট তুলি। আনন্দে সুন্দৰীগণে পাৰন্ত উৰুলি॥"

ওপৰৰ ডোখৰ পঢ়িলে অসমত বাহী বিয়াৰ দিন ছোৱালীৰে সৈতে দৰা ঘৰলৈ উভতি অহা যেন নালাগে নে?

ফটুৰাই-ফটা ভৰিৰে বাটকুৰি বাই গৈ বেদনিধি বাপুৱে দ্বাৰকা পালত কৃষ্ণই তেওঁক "অন্তসপূৰক লাগি দিলা আঙ্কোৱালি॥' সুবৰ্ণৰ খাটত বসাইলা নিয়া ধৰি আপুনি ধুৰাইলা কৃষ্ণে চৰণৰ ভৰি॥ দিব্য পঞ্চামৃত অন্ন কৰাইলা ভোজন। পৰম সুখ ভৈল ব্ৰাহ্মণৰ মন। সুবৰ্ণ খাটে ভেলাইলা পাছে তাৰ। তৈল লৈয়া গোবিন্দে মাস্তিলা হাত পাৱ॥" তৃথীয়া বামুণে দেখিছিল সোণৰ খাট পাই কি যে পাইছিল, সেইটো "ঘেলাইলা" শব্দ যাৰে সুন্দৰকৈ প্ৰকাশ কৰিছে! পোন্ধ কাটি চাৰি দিনৰ পথ বাটকুৰি বাই যোৱা বাপুৱে কৃষ্ণৰে সৈতে কৃষ্ণৰ বেগী ৰথত ঘূৰি ফুৰোতাকে তিষ্ঠে কেনেকৈ? গতিকে ৰথৰ বেগত তেওঁৰ দুৰ্দশাৰ সীমা নাই; "সৈব্য, সুগ্ৰীৱ, মেঘপুষ্প, বলাহক ছল বল কৰে ঘোৰা লঙ্ঘি আকাশক॥" এনে ঘোৰা ৰথত লগাই দাৰুকে যেতিয়া চাবুক মাৰি দিলে—"শ্ৰুতিভঙ্গ ভৈল বেদনিধি বেগ দেখি। দুই হাতে ঢাকি মুদিলন্ত দুই আঁখি॥ পৰম বিহ্বল প্ৰায় হুয়া দ্বিজৰাজ। ঢুৰণি দেখিয়া পৰিলন্ত ৰথ মাজ॥ আলোল্য ব্ৰাহ্মণ ভ্ৰান্তি কোমল শৰীৰ। কৃষ্ণৰ ৰথৰ বেগে কেনে হৈবে থিৰ॥ নাকাঢ়ে উশাস অচেতন বেদনিধি। উথলিল পেট

একো নাই ঋধিসিধি ॥” বামুণৰ অৱস্থা দেখি কৃষ্ণই “আথেবেথে সাবটি ধৰিল। আঙ্কোৱালি ॥ দেখিয়া দাৰুকে বাঘজৰীক আজুৰি। ৰাখিলন্ত ৰথক ঘোৰাৰ মুখ মুৰি ॥ নলৰয় পেট হৰি হাত বুলাই চাইল। ফুকন্তে ফুকন্তে কথমপি ধাতু আইল ॥ ব্ৰাহ্মণৰ শিৰে ধৰি ঢালিলন্ত পানী। ঢিমিকি ঢিমিকি মাত্র লৰে ধাতুখানি ॥ থিৰ হোৱা বেদনিধি দৃঢ কৰা চিত।” এই বুলি কৃষ্ণই অনেকৈকে বামুণক মাতিলত, বামুণে অলপ জ্ঞান পালে, কিন্তু তেতিয়াও তেওঁৰ মূৰ ফুৰণি যোৱা নাই. গতিকে তেওঁ চকু নেমেলাকৈ বলিয়ালি উত্তৰ দিলে—“নিচিনোহোঁ তোমাক তুমিবা কোন জন। কৈৰ হন্তে আসি আছোঁ কোথেৰ ব্ৰাহ্মণ ॥ কোন থানে পৰি আছোঁ কি কাৰণে আসি।”

যি হওক শেহত বামুণে ভালকৈ জ্ঞান পালে, আৰু এই যাত্ৰাৰ পৰা তেওঁ ৰক্ষা পৰিল —“হেন শুনি বেদনিধি কিছু শ্ৰুতি পাইলা। ধীৰে ধীৰে মাধৱক চক্ষু মেলি চাইলা। কৃষ্ণক বোলন্ত গোসাঁই লাগিল চমক আৰু থনিতেকে গৈয়া দেখোঁহো যমক। ৰথৰ এমুৱা বেগ নতু দেখি শুনি এৰাইলোঁ প্ৰমাদ আজি তোমাৰেসে গুণি ॥ আউৰ জানো হেন বেগ ধৰন্ত দাৰুক। অদ্যাপিও তৰতৰি কাম্পে মোৰ বুক।” এই কথা শুনি দাৰুকে ৰথ লাহে লাহে ডাকিবলৈ ধৰিলে। এই বৃত্তান্তটো কেনে কৌতুকপূৰ্ণ সদায় খোজ কাঢ়ি ফুৰা আৰু টানি-মানি হয় তো কোনোবা-কাচিৎ ভোৰোণীয়া ৰথত (ঠিকাগাড়ীত) উঠা বামুণে কৃষ্ণৰ ঘৰুৱা প্ৰথম শ্ৰেণীৰ ৰথত (চৌধুৰীৰে **Private carriage**) উঠি যে এনে বিপদত নপৰিব তাত আচৰিত কি ?

ৰুক্মিণী-হৰণত থকা শিশুপাল আৰু ৰুক্মিৰ গালিবোৰ আৰু কৃষ্ণৰ উত্তৰবোৰ সাধাৰণতঃ ইমান লোকৰঞ্জক যে সেইবোৰ সকলোৰে মুখে মুখে। যেনে শিশুপালে কৃষ্ণক :—"শুনৰে যাদৱ কালকূট অনাচাৰী। চুৰি কৰি নেস মোৰ বিবাহৰ নাৰী॥ স্বভাৱতে যদুবংশী নাৰীত লম্পট। সবাৰে উপৰি কৃষ্ণ তই ভৈলি ঘট॥ এৰো নবাছস তই নাহিকে সম্বন্ধ শুণি চায়ো তোত পাৰে আছে কোন মন্দ॥ বাৰে বাৰে মোত তই লগাৱস ধাটি। হেন কি জানস তোক নাপাৰোঁহো আটি॥ আগতে কন্যাক নেস এত মান দাস॥ কালে গ্ৰাসিলেক আজি সেহ্মৰে নাস॥" ইয়াৰ উত্তৰত বুকু থাপি-যোগা কৃষ্ণৰ কথা,—"হেন শুনি হাসি, মাধৱে বোলন্ত, শুন অৰে শিশুপাল। কৈত শুনি আছ, সিংহক সম্মুখে, জিনিবে পাৰে শৃগাল॥ তোৰ কি নিন্দাত, আমি অল্প হওঁ, এৰ পাপী পৰ্ব্ব বোল হেন কি জানস, কাকে পৰচিলে, অপবিত্ৰ হোৱে দোল॥ তোৰ মদ গৰ্ব্ব, আজি কৰোঁ চুৰ, খানিতেক থাক থাক" ইত্যাদি।

ৰুক্মিয়ে কৃষ্ণক,—"শুন অৰে যদুবংশী কৃষ্ণ দুৰাচাৰ কেনে চুৰি কৰি নেস ভগিনী আমাৰ॥ মুশুধিলি কন্যা তই মোত নুখুজিলি। আৰে কোন লাজে চাম্প দেস যেন চিলি॥ যেন ঢোণ্ডা কাকে লৈয়া যায় সোন্দাকল। খানিতেক ৰহ আজি দিবোঁ প্ৰতিফল॥ আন নৃপতিৰ মতে আমাক জোকাস। ৰুক্মি কুমৰৰ তই আটা নতু পাস॥ প্ৰমত্ত বাঘৰ আগে খেলাৱস গাৱ। কংসাল সৰ্পৰ যেন লাঞ্জে দেস পাৱ॥ মৰিবাক লাগিয়া যমত কৰ থেৰি। আজি তোক নামাৰি সেহ্মৰে নাযাওঁ এৰি॥

ৰুক্মিণীক মেলাই যেবে নকৰোঁ উদ্ধাৰ। নপশিবোঁ কুণ্ডিনত মোৰ অঙ্গীকাৰ॥”

ইয়াৰ কৃষ্ণৰ চোকা উত্তৰ শুনা,—“হেন শুনি হৰি, হাসিয়া বোলন্ত, শুন অৰে ৰুক্মি চণ্ড। গুৰু গৌৰৱক, একো নমানস, তই ভৈলি যেন ষাণ্ড॥ পিতৃত মাতৃত তোৰ মান্য নাহ, কাহাকো নামান আউৰ। মুখ চাহ চাই, কতেক ৰটস, ঠোট কটা যেন কাউৰ॥ তোৰ নিন্দা বাণী আমাক নপাৰে; শুন'দুৰাচাৰ ৰাম। যতেক কুকুৰে, কামোৰ মাৰয়, তথাপি আঠুৰ নাম॥ মোক গালি পাৰি, কোন যশ পাইবা, দেখ গুণি চাহ চিত্তে মাতেসে আগল, যুদ্ধত পাগল, জানিলোঁ তোক ইঙ্গিতে॥ যিটো মহাবীৰ, স্বভাৱে গম্ভীৰ, হুতবে নপলপাৱে। কৈত শুনি আছ, শৃগালৰ ঠানে, সিংহে ঘনে ঘনে ৰাৱে॥”

শঙ্কৰদেৱৰ লেখনীৰপৰা কেনে জ্বলন্ত ভাৱে যুদ্ধ বৰ্ণনা ওলায় চোৱা তলত দিয়া ৰুক্মি আৰু কৃষ্ণৰ যুজৰ বৰ্ণনা পঢ়িলে, সেহি যুজ চকুৰ আগতে দেখি থকা যেন লাগে।—“এহি বুলি হৰি, শাৰঙ্গক ধৰি, বৰিষিলা শৰ আতি। ঢাকিল আকাশ, সূৰ্য্যৰ প্ৰকাশ নাহি, যেন ভৈল ৰাতি॥ দেখিলা কুমৰে, মাধৱৰ শৰে, দিনতে ভৈল আন্ধাৰ। ক্ৰোধে ধনু ভিৰি, বায়ু বাণ যুৰি, কৰিলা বীৰে প্ৰহাৰ॥ মাধৱৰ বাণ, তুলা যেন ঠান, উৰুৱাই বায়ু বাণে॥ সাৰথি ৰথক, ঘোৰাৰ ধ্বজক, বিন্ধিলেক বৰ টানে॥—দেখিলা যমক, চাৰিও ঘোটক, দাৰুকো বিশ্ৰুন্তি ভৈলা। বজ্ৰ সম দাঁত, শৰ দশপাট, ধনুত চৰাইলা আনি। টানি কৰ্ণমানে, সুদৃঢ় সন্ধানে, প্ৰহাৰিলা চক্ৰপাণি॥ দশো শৰ ছুটি, শৰীৰত

ফুটি, পিঠিত বজাইল গোটে॥ ভৈল অচেতন, ভীষ্মক নন্দন, মাধৱৰ শৰ চোটে॥ ক্ষণেকে সাহস, হুয়া যম সম খঙ্গে ৰুক্মি বীৰ ৰাগি। অতি তীক্ষ্ণতৰ, কুৰিপাট শৰ, হানিল কৃষ্ণক লাগি॥ তাকো নাৰায়ণে, অসংখ্যাত বাণে, কাটিলা তিলত চোটে। মুষ্টি কৰি ডাট, ভল্ল তিনি পাট, বিন্ধিলা তাৰ ললাটে॥ কপাল ফুটিয়া, বোৱালে তাহাৰ, বহি যায় তেজ ধাৰ। প্ৰকাশে কুমাৰ বসন্ত কালৰ, পুষ্পিত যেন মন্দাৰ॥ শৰ ঘাৱ পাই, দ্বিগুণে কিটাই কৰিয়া কায় আস্ফোট॥ ধনু এৰি পাছে, তুলি আলগাইলা, ভয়ঙ্কৰ গদাগোট॥ মাথাৰ ওপৰে, তুলি সাত পাক, হানিলা শাৰ্ঙ্গৰ বলে। ভয়ঙ্কৰ গদা, কৃষ্ণক লাগিয়া, বিষাদ শবদে চলে॥ হৰিও হানিলা, কৌমুদকী গদা, আকাশ ছাদি পৰিল। ৰুক্মিৰ গদাক, চূৰ্ণীকৃত কৰি, কৃষ্ণৰ হাতে চৰিল॥ দেখিয়া কুমাৰে, শক্তি ধৰি কৰে, দ্ৰুনাহ পঠাইলেক ক্ষেপি। দেদীপ্যমান, অগ্নি যেন ঠান, চলিল গগণ ব্যাপি॥ তাকো ক্ষুৰ শৰে, দেৱ দামোদৰে পথতে পেলাইলা কাটি। অতি তীক্ষ্ণ তৰ, ষাঠি গোটা শৰ, প্ৰহাৰি পঠাইলা ডাটি॥ ৰুক্মিৰ হিয়াত, পৰি দশ শৰ, পুঙ্খমানে গৈলা তল। নাহি শ্ৰুতি জ্ঞান, মৃতক সমান, কুমাৰ ভৈলা বিহ্বল॥ ফৰি ফুৰি ৰথে, পৰি মূৰ্চ্ছা গৈল, সাৰথি আকলি তাক। অতি মহা দ্ৰুতে, ৰথখান টানি ডাকিলা চাৰি ঘোৰাক॥ কতো দূৰ মানে, নিলা পলুৱাই, কুমাৰক ৰক্ষা কৰি ”

ইয়াৰ অলপ বেলিৰ পিছত ৰুক্মিয়ে চেতনা পাই তেওঁক যুদ্ধৰপৰা পলুৱাই অনা বাবে সাৰথিক কদৰ্থনা কৰি, উভতি আহি আকৌ যুঁজিবলৈ কৃষ্ণৰ সমুখ হল। “ৰুক্মিও সমুখ ভৈলা ধনু ধৰি

কাছি। কুৰিপাট শৰ তূণ হস্তে লৈলা বাছি॥ আকৰ্ণ পূৰিয়া শৰ পঠাইলন্ত ক্ষেপি। দেখি কৃষ্ণে পথতে কাটিলা অৱলেপি॥ সেহি চেগে প্ৰহাৰিলা অৰ্দ্ধচন্দ্ৰ শৰ। হাততে কাটিলা ধনু ভীষ্মক পুত্ৰৰ॥ ছয় শৰে কৱচকো পেলাইলন্ত কাটি। দেখি ৰুক্মি আন ধনু ধৰিলন্ত ডাটি॥ ক্ৰোধে জ্বলি গৈলা যেন অগ্নি প্ৰলয়ৰ বৰ চোটে প্ৰহাৰিলা একানৈৰ্ব্ব শৰ॥ ঘোৰাকো শালিয়া থৈলা দশ দশ শৰে। কুৰি শৰে ভেদিলেক ধ্বজৰ উপৰে॥ মাধৱক একাদশ, সাৰথিক কুৰি মূৰ্চ্ছিত দাৰুক যেন ধাতু গৈল উৰি॥ এৰিলন্ত বাঘজৰী ৰথ ফুৰে পাক। দেখি কৃষ্ণে নিয়মিলা আপুনি ঘোৰাক॥ সাৰথিক আশ্বাসিযা কৰিলন্ত থিৰ। তুনাই দাৰুক ভৈল নিৰুজ শৰীৰ। ঘোৰাৰ কাঢ়িয়া শৰ মাৰ্জ্জিলন্ত গাৱ। গুণন্ত মাধৱে দেখি ৰুক্মিৰ প্ৰভাৱ॥ কিনো হটো দাৰুণ অশঙ্ক বীৰগোট মোক হেন আন কোনে সহিবেক চোট॥ ভালেতো ইয়াৰ ডৰে কাম্পে দেৱাসুৰ। জগত কণ্টক ৰুক্মি পৰম দন্দুৰ॥
এহি গুণি ধনু ধৰি কৰিলা টঙ্কাৰ। ৰুক্মিক বোলন্ত অৰে শুন দুৰা চাৰ॥ হেলাতেসে এত বেলা গুচ্ছ তই মোক হেন জান তোক আৰে পঠাওঁ যমলোক॥ ‥এহি বুলি হৰি প্ৰহাৰিলা বাণগণ। সূৰ্য্যৰ নিকলে যেন প্ৰচণ্ড কিৰণ। বিদ্যুত সঞ্চাৰে গৈয়া কুমাৰক পাইল। হৃদয়ত পৰি শৰ পিঠিত বজাইল॥ বাণ ঘাৱে ৰুক্মি বীৰ ব্যথিত শৰীৰ। চোট পাই কম্পে তাৰ উৰু কৰ শিৰ॥ গাৱৰ ৰুধিৰ বহি যায় বোম্বানলে তুনাই হানিলেক হৰি শৰ সেহি কালে॥ দুই বাণে হাতত কাটিলে ধনুখান। আঠ শৰে চাৰি ঘোটকৰ লৈলা প্ৰাণ॥. ...ষাঠি শৰে ৰথখান পেলাইলা

··যালি॥......হেন দেখি সাৰথিৰ ধাতু গৈল উৰি॥·· ··সাৰথিক ৰাখিলা বৈষ্ণৱ হেন জানি॥ স্বস্থ হুয়া দেখে ৰুক্মি ৰথ ভৈল ভঙ্গ। মাধৱক লাগি আতি তাৰ বৰ খঙ্গ॥ ৰথহন্তে ডেৱ দিয়া নামিল বমৰ। মুণ্ড জঙ্কাৰিয়া বীৰে গৰ্জ্জিলা বস্তৰ। ভয়ঙ্কৰ গদা ধৰি বোলে থাক থাক। মাথাৰ উপৰে ফুৰাইলেক সাত পাক॥ হু বুলি হানিলেক মাধৱক প্ৰতি। তাক কাটিলন্ত শৰে ত্ৰিজগত পতি। গদা ছন্ন ভৈল দেখি হানিল মুদ্গৰ। তাকো শৰে ছেদি-লন্ত দেৱ দামোদৰ॥ যেতি অস্ত্ৰ লয়ে তাক ছেদে নাৰায়ণ ক্ৰোধে কি কৰিবে ৰুক্মি নপায় চেতন॥ যত অস্ত্ৰ শস্ত্ৰ পাৱে মানে বঙ্কাই আনে। মাধৱক লাগি দুই হাতে মেলি হানে॥ একো দিক নাচাই অস্ত্ৰ হানে মহা কোপে তাকো কৃষ্ণে পথতে কাটিলা তৃণলোপে॥ একো অস্ত্ৰ শস্ত্ৰ যেবে নপাৱন্ত খুজি। খাণ্ডা বাক-ধৰি বোলে মাৰোঁ আক যুজি॥ ভাব ভঙ্গি কৰিয়া বাকত দিলে পাক। উপৰক তুলি ধৰি জঙ্কাৰে খাণ্ডাক॥ থাক থাক বুলি খদি যান্ত বাক পাতি। সুবৰ্ণৰ চন্দ্ৰচয় জিকি পাৱে আতি॥ হাতে গুপ্তি লগাই আছে হালয় চামৰ বাঘে যেন মাধৱক খেদয় বমৰ॥ মাধৱে দেখন্ত ৰুক্মিবীৰ আসে খেদি। খাণ্ডা বাক তাৰ হাতে পেলাইলন্ত ছেদি হৃদয়ত দশ শৰে ভেদিলন্ত হৰি। তথা-পিতো দাৰুণে নকৰে পাছ ভৰি॥ বজ্ৰমুষ্টি ধৰি ধাইল দশন কামুৰি। গাৱৰ বেগত ভূমি লৰে প্ৰতি ভৰি॥ বিদ্যুত সঞ্চাৰে গৈলা ৰথ মাজে উঠি। কৃষ্ণৰ হিয়াত বৈসাইলেক এক মুঠি॥ কিটাইলেক নাৰায়ণ মুষ্টিৰ নিপাতে। চাম্প দিয়া চুলত ধৰিলা বাম হাতে॥ সিংহৰ হাতত যেন বন্দী ভৈল হাতী। হুঁ বুলি হিয়াত বৈসাইল

এক লাখি॥ মূৰ্চ্ছা গৈল ৰুক্মি বীৰ ভৈল অধোমুখ॥" ৰুক্মি [illegible]কোৱ বীৰ। কৃষ্ণয়ো এই কথা স্বীকাৰ কৰিব লগীয়াত [illegible]—'কিনো ইটো দাৰুণ অশঙ্ক বীৰ গোট।'

[illegible]ণীহৰণত বীৰ ৰস করুণ ৰস ইত্যাদিৰ দৰে হাস্য ৰসৰো [illegible] নাই। এডোখৰ বিখ্যাত জুনা তুলি দি আমাৰ কথা ডাঠ কৰোঁ।—কৃষ্ণৰ বিয়াৰ সভাত বহি সকলো দেৱতাই ধন বস্তু উছগা কৰিছে; মহাশিৱও সেই সভাতে, 'বস্তু তেওঁৰ দিবলৈ একো নাই; গতিকে তেও লাজত পৰি গুণিব লাগিছে। সেই কথা শঙ্কৰদেৱে কেনেকৈ হাঁহি উঠাকৈ বৰ্ণনা কৰিছে চোৱা—"সবে দেৱগণে উৎসৰ্গি আছে। মনে মনে হৰে গুণন্ত পাছে॥ কি দিবো আবে কৰোঁ কোন কৰ্ম্ম। গাৱৰ বস্ত্ৰ সিয়ো ব্যাঘ্ৰচৰ্ম্ম॥ হাতে লৈয়া আছোঁ শূল ডম্বৰু। ঘৰে বান্ধে মোৰ একেটি গৰু॥ সৰ্পৰ কঙ্কন সৰ্পৰ হাৰ। সকল গাৱে সৰ্প-অলঙ্কাৰ॥ শিৰত আছে অৰ্দ্ধচন্দ্ৰ কলা। মনুষ্য মুণ্ড গান্থি আছোঁ মালা॥ বোকণ্ডিও আছে ভস্মৰ ধূলি হাক দিলে লাজ হৈবো সমূলি॥ হেট মনে গুণি নপাত্ত খুজি। এইবিলাক মনে মনে গপি মহাদেৱে তললৈ মূৰকৈ ভাবিব লাগিছে, কিন্তু কৃষ্ণ সৰ্ব্বজ্ঞান, তেওঁ মহাদেৱৰ মনৰ ভাব বুজিব পাৰি হাত যোৰকৈ লাহেকৈ মাত লগালে - "কৰযোৰে কৃষ্ণে মাতন্ত বুজি॥ দয়াৰে লাগে নলাগয় আন। হুয়ো সুপ্ৰসন্ন দেব ঈশান॥' এই কথা শুনি ধৰা পৰি মহাদেৱে আৰু বেছিকৈ লাজ পাই অস্থিৰা-ঋল,—"হেন জানি হৰে দুগুণে লাজি। বুজিলন্ত কৃষ্ণে আসক্ত ৰাজি॥ ভৈলোঁ হো লঘু ত্ৰিদশৰ মাজে। ভৈলা অন্তৰ্দ্ধান শিবাই লাজে।" কেনে (humorous) সুন্দৰ কৌতুকপূৰ্ণ অথচ গভীৰ

আধ্যাত্মিক ভাবৰ বৰ্ণনা। এই বৰ্ণনা পঢ়ি সাধাৰণ লোকে তাৰ হাঁ হি-উঠা ফালৰ সোৱাদ লৈ আনন্দ পায়, কথা দকৈ গমি চোৱা পণ্ডিত ভক্তসকলে গভীৰ দাৰ্শনিক তত্বৰ ফালৰ সম্ভেদ পাই আনন্দ অনুভৱ কৰে।

ৰুক্মিণীহৰণ পুথিতো শঙ্কৰদেৱে তেওঁৰ নিজৰ বংশৰ পৰিচয় দিছে—"টেমুনীয় বন্ধে, বসাইলা প্ৰবন্ধে, বৰদোৱা নামে গ্ৰাম। দুৰ্লভনাৰায়ণে, যাক বহু মানে, দিলা দেৱীদাস নাম॥ তাহাৰ সন্ততি, মহা ধৰ্ম্মমতি, ৰাজধৰ নাম যাৰ। তান গৰ্ভেশ্বৰ, ভৈল সৰ্য্যাবৰ, কায়স্থ কুল উদ্ধাৰ॥ ব্ৰাহ্মণ সজ্জনে, প্ৰাপ্তি আশা মনে, নিত্য যাক উপাসি যাৰ কীৰ্ত্তিচয়, আদিও ভ্ৰময়, মহা মহা যশৰাশি॥ তাহান তনয়, মহা শুভনয়, প্ৰসিদ্ধ কুসুম নাম সদকৰ্ম্ম যত, সবাতো পাগত, গুণতো নাহি উপাম॥ ভৌমিকাতে চূড়ামণি মহাবৰা নগণে কেহোঁ আত্মাক বংশতে প্ৰখ্যাত ধ্ৰুব সাক্ষাত, জগতে বখানে যাক॥ তাহান সন্ততি, অতি শিশুমতি, শঙ্কৰ ভণে পৰাৰ পণ্ডিত লোকক, কৰযোৰ কৰোঁ, ক্ষমিও দোষ আমাৰ॥

ৰুক্মিণীহৰণ পুথিখন যে শঙ্কৰে তেওঁৰ ডেকাকালত ৰচনা কৰিছিল এইটো ওপৰৰ পদৰপৰা অলপ আভাষ পোৱা যায়, আৰু তেওঁ বৰদোৱা বেলগুৰি আদি ঠাই এৰি ভাটীলৈ অহাৰ আগেয়েই যে এইটোও বুজিব পাৰি। পুথিত ৰসাল ৰচনা আৰু নিভাঁজ অসমীয়া কথাৰ বাহুল্য প্ৰয়োগেও সেই কথাৰ সাক্ষী দিয়ে। অসমীয়াৰ মাজত এই পুথিৰ দ্বাৰাই, হৰিবংশত থকা কৃষ্ণ-কথা কাব্যময় মনোজ্ঞভাৱে বহলকৈ প্ৰচাৰ কৰাই তেওঁৰ ঘাই উদ্দেশ্য

আছিল—"হৰিবংশ কথা ৰচিলা শঙ্কৰে, অশেষ হোক প্ৰচাৰ॥" "প্ৰণামিয়া হৰি পাৱে, কায়স্থ শঙ্কৰে গাৱে, হৰিবংশ কথাৰ পৰাৰ। হৰিপদ প্ৰসাদত সিদ্ধি হোক অভিমত, পদ হৌক অশেষ প্ৰচাৰ॥" কোৱা বাহুল্য যে তেওঁৰ আশা সাফল হৈছিল। ওপৰত তুলি দিয়া তেওঁৰ বংশৰ পৰিচয়ৰপৰা আৰু এটা কথাৰ আভাষ পোৱা যায়, যে শঙ্কৰদেৱৰ বাপেক কুসুমবৰ সঙ্গীত বিদ্যাত পাৰদৰ্শী আছিল,—সেইদেখি তেওঁক "গন্ধৰ্ব্ব সাক্ষাত" বুলি গন্ধৰ্ব্বেৰে সৈতে তেওঁ তুলনা কৰিছে, নতুবা শব্দসমাবেশত সিদ্ধহস্ত তেওঁ এই খিনিত "গন্ধৰ্ব্ব" শব্দটো কেতিয়াও ব্যৱহাৰ নকৰিলেহেঁতেন। গীত বাদ্য ভটিমা চপয়ত কৃতকৰ্ম্মা শঙ্কৰদেৱৰ সেই ক্ষমতা যে heriditary) পুৰুষানুক্ৰমিক সেইটো এতিয়া ভালকৈ বুজিব পৰা গল।

ৰুক্মিণীহৰণ পুথিত নিৰ্ভাঁজ ঘৰুৱা অসমীয়া কথাৰ ব্যৱহাৰৰ কেনে প্ৰাচুৰ্য্য, তলত অৰ-তৰপৰা কিছুমান পদ তুলি দি তাক দেখুৱাওঁ—"সাত পাঞ্চ নাহি মোৰ জীয় এক গুটি কেন মতে আসে প্ৰভু নিশ্চিন্তে সুমটি॥" "ৰূপ গুণ চাহি যেন দশে বোলে ভাল॥" "ভাল চাহি দিলে দৈবে যেহি লাগে হোক॥" "ৰুক্মিণীৰ আবে উকলিল কন্যাকাল।" "শুধিব নালাগে বিয়া দিও ৰুক্মিণীক।" "মাধৱৰ নামে সিটো জুইতো নেদে থেৰ।" আমাৰ ভগিনী কোনে দিয়ে মাধৱক।" "মিছা বাদ নকৰস যেন নাকে খুৱে॥" "বৃদ্ধ বয়সত তুমি এমুৱা অবোধ॥ আনতো নভৈলা তুমি পিতৃ নামে খাইলা। যাদৱগোটক বৰ জোৰাঁই খুজি পাইলা।" "তথু মনে যেন যুৱাই তাকে কৰিয়োক।" "কৌতু

চলে জুমাজুমি ফুৰে কিনি বিকি ॥" 'মাধব স্বামীক লাগি তই আশা এৰ। কৃষ্ণত নেদয় বিয়া ৰুক্মিয়ে ভায়েৰ ॥" "থিয়ৈয়ে গুইল কিছু নাহি বোল মাত ॥" "উপজি নমৰি কিয় আছে এত কাল।" 'অমৃতক বাঞ্ছে যেন চুকৰ ভেকুলি।" "দুগ্ধ এৰি কোনজনে খায় খাৰপানী।" "মুখ ওলোমাই কিয় কৰস ক্রন্দন। "ৰুক্মিণী বোলন্ত তুমি মোক আছা ভুলি। পড়ত মাতৃত কৰি তোমাতেসে লুলি॥" "সুবৰ্ণ খাটত ঘেলাহলা পাছে গায়।" "নাহি সুখ শান্তি মোৰ মুকচয় ভাত। উগুল থুগুল নিদ্রা নাসয় শয্যাত॥" প্রলয়ৰ মেঘ যেন সোসাই বায়ু লাগি॥" "ফুকন্তে ফুকন্তে কথমপি ধাতু আইল 'ঢিমিকি ঢিমিকি মাত্র লৰে বাতুখানি" "গলাগোপা কৰে সবে কৌশাম্বী নগৰী" "আসা আই বাই সবে পদূলিক যাও। মাধৱ গোসাঁই আসে নেত্র ভাৰ চাও॥ "মাধৱৰ তেজে সবাঙ্গাক্কো ধৰষিল।" "পৰৰ শ্ৰাদ্ধত কেনে জাম্নু দিবে লাগে" "মাটি খাই মৰা যেন উদায়াৰ যাও॥' "সাজ হুয়া সবেও আসিলোঁ আলোচিয়া। কিছু নতু হস্তে মুণ্ড শোলোকাক দিয়া।" "গুনি যেন জোকৰ মুখত দিলে চূণ।" "ৰুক্মিণীৰ অধিক বিচাট কৰে মন।" "চপাই ৰহিল যেন আম ফৰমুট।" "একো সাৰ নিসাৰ নপাইলোঁ বার্তা ভাল। জানি-লোঁ াহো শিশুপাল ভৈল যমকাল।" "ৰুক্মিণীৰ গাৱত ঘষিলা তৈল কুৰ। আনিলা পঞ্চাশ ঘট জল আতি জুৰ॥" বস্ত্ৰৰ মেখলা আনি বান্ধিলা কঙ্কালে। মুঠিতে লুকাই যেন বতাসতে হালে॥" "লক্ষেক নৃপতি থোসমোস কৰি তথাতে থাকিলা চাই।" কৰে হুলস্থুল সমজ্যায়ে আউল ভৈল।" "প্রমত্ত হস্তীৰ লানি নিছিগয়,

ৰথ চলে এক লাঙ্গি।" "ভায়েৰৰ লাগ ঝাণ্টে লৈয়োক ৰপাই॥" "নসহে পৰাণ মোৰ পোৰে আতি পেট।" "কতো পাইলে বুলি ৰগুৱা লাগিল, পৰিল মাটি কামুৰি।" "বাৰিষাৰ মেঘে যেন বৰিষয় ধাৰে।" যোৰন্তে হানন্তে আন নমনিয় হাত। তেবেসে উমান পাৱে পৰে যেবে গাত॥" "দশকুণ্ডা আগ্নি যেন যুগান্ত কালৰ।" "টেৰ কৰি চাহি বোলে জানো আজি বুৰে।" পলাই পলাই বুলি যত্নসেনা বিঙ্গ দিল।" "ক্ৰোধে দুই চকু কণ্ডা ওৰ যেন ভৈল।" "কান্ধত নাঙ্গল দিয়া কাকো চাপৰাই।" "আঠো ৰাজা লালকাল ভৈল সমুদাই। চালোঁ পৰোঁ কৰে পলাই পাছক নাচায়॥ ৰগুৱা লাগিল কতো যাই আঠুকাটি। পাছত মাৰকে যায় কিল খুন্দা বাৰি।" "পলাইবে নপাৰি কতো পৰে জুটি খায়।" "দান্তে খেৰ তুলি কতো কৰে কাউবাউ।" "কাকো পেলাই গুৰিৱাৰে যেনে মাটি খচে।" "সুগুজিবি বুলিয়া কুকুৰি পাখি আৰে।" "চেৰ লৈয়া নাচে কতো চাপৰি চাপৰি।" "সবে আপোনাক ৰাখৈ, ধান দিলে হোৱে আখৈ, মুখ আতি শুকাই তৰতৰি।" "মোৰেসে ভগিনী নেয় কাৰ কিবা হানি, আনৰ জ্বৰত কোনে আনে পীয়ে পানী। "অনাবাৰে আগত পৰয় বৃক্ষ ভাগি॥" "আকাশত শগুণ বনাৱে জাকে জাকে। মুখ চাই চাই তাৰ ৰটে চোণ্ডা কাকে॥" "ছিলদল ভাগি যায় ৰথ চক্ৰে পথ।" "ঘোৰায়ে হেঁসনি পাৰে চিয়ঁৰে দঁতাল।" "আমাৰ বংশত তই ভৈলি ধূমকেতু।" 'এহি বুলি তুমি মোক ভুককুৱা আসি।" "মোক যুজিবাক আসা কিনো আটাইটাই।" "যেন ঢোণ্ডা কাকে লৈয়া যায় সোন্দাকল।" "আন নৃপতিৰ মতে আমাক জোঙ্কাস।" "ধাম শুণ্ড লৈয়া তুমি

াদি যাইঁা তাক।" "স্বতন্তৰ ৰুগীয়াক কি কৰে ঔষধি।" "ন্দ্ধ পৰিহৰা তুমি বিপাঙ্গে নমৰা।" "শুন অৰে কোনে তোক পাতিলে পাতৰ।" গুলগতে পাঞ্চ কিল, সেচি পটণ্টৰ।" "জীয়োক ভেয়াই মোৰ দান্তে খেৰ লঙঁ।" ৰুক্মিক দেখিয়া যেন হলো-প্ৰশুগোট।" "নিটালে পৰিলা আসি হামখুৰি খাই।" "পৰি আছে যেন দাঁত ভগা ঢোণ্ডা সাপ।" "খিয়ড্ডা দিয়া কতো অঙ্গ ভঙ্গে নাচে" "গমিতে নাপাৰি কিবা আছে নাই প্ৰাণ।" "সবে ভৈলোঁ নিমাখিতী ৰাণ্ডী।" "ইকাতি সিকাতি কৰি চাহে নগৰাই।" "হেন দেখি মন্ত্ৰীগণে বান্ধে পেৰেজনি।" "ধোৰাৰ সন্ধৰ পৰা আসিল ওলাই।" "স্বৰূপে কহিলোঁ যেন যুৱাই কথা।" "ঔষধক দেখি যেন নমাইলেক ফেট" "আধাৰি কায়া সৰ্প বসিলেক শাৰী।" "বিপক্ষ ৰাজাৰ দেখি নাযায় গুপুৱাই।" শৰদৰ "শমদম মুণ্ডনিয় মাত।" সুৰাগতে মোৰ পাটিল ৰুক্মিণী, ধৰে কৰে নিতে বোষ" কোলায়ে বোকায়ে পালিলোঁ হো দুখে, সুখ দিযা মোৰ আই।" ইত্যাদি

যিসকল বঙালীয়ে অসমীয়া ভাষাক টানি আজুৰি বঙলা কৰিব খোজে, আৰু শঙ্কৰদেৱৰ পুথিৰ ভাষা হেনো তেওঁলোকে অসমীয়া নিশিকাকৈয়ে বুজিব, পাৰে, তেওঁলোকে, ওপৰত দিয়া পদবোৰৰ সৰহ ভাগ আশা কৰোঁ সৰ্ সৰীয়াকৈ ভু পাব।

---

# অষ্টম আধ্যা।

অনাদি পাতন।—এই পুথি শ্রীমদ্ভাগৱতৰ তৃতীয় স্কন্ধৰপৰা শঙ্কৰদেৱে সঙ্কলন কৰিছে শ্রীযুত শিৱনাথ ভট্টাচার্য্যৰ দ্বাৰাই প্রকাশিত 'অনাদি পাতন"ত লেখা আছে যে চতুর্থ স্কন্ধৰপৰা শঙ্কৰদেৱে এই ছোৱা কৰিছে। ছপা হোৱা পুথিখনৰ গুৰিতে শঙ্কৰদেৱৰ পদতো আছে—"শুনা সাৱধান মনে যত সভাসদ। চতুর্থ স্কন্ধৰ মহাভাগৱতপদ। যেন মতে ভৈল ইটো অনাদি পাতন। শুনিয়োক আছে যাৰ মুকুতিত মন শুকত পুছন্ত পৰীক্ষিত নৃপবৰ। শুনিলোঁ তৃতীয় স্কন্ধ তোমাৰ মুখৰ॥" আমাৰ মনেৰে ওপৰৰ পদত "চতুর্থ স্কন্ধৰ' ঠাইত তৃতীয় স্কন্ধ আৰু "তৃতীয় স্কন্ধ"ৰ ঠাইত দ্বিতীয় স্কন্ধ হব। হাতে লেখা পুথি নকল কৰোঁতে লেখকে এই ভুল কৰিছিল, আৰু সেই দৰেই ছপা হৈছে বোধ হয়। মূল ভাগৱতত তৃতীয় স্কন্ধত যে বিৰাট মূর্ত্তিসৃষ্টি "মন্বন্তৰাদি কাল পৰিমাণ "ব্রহ্ম সৃষ্টি বর্ণন' "সৃষ্টি প্রকৰণ' ইত্যাদি বিষয় আছে। সি যিহওক, শঙ্কৰদেৱে ভাগৱতৰ কথাৰে সৈতে বামন-পুৰাণৰ কথা মিহলাই অনাদি পাতন ৰচনা কৰিছে বুলি কৈছে—মহা ভাগৱত পদ অমৃত সাক্ষাত। বামন-পুৰাণ কিছু মিশ্র দিলোঁ তাত॥ শঙ্কৰদেৱে ভাগৱতৰ সৃষ্টি প্রকৰাণাদি কথা বোৰৰপৰা বাছি বাছি সাৰ সংগ্রহ কৰি সংক্ষেপে এই পুথিখন এনেকৈ ৰচনা কৰিছে, যে ইয়াক অনুবাদ নুবুলি স্বকীয়া

পুথি বোলা উচিত। বাস্তৱিকতে দুৰ্জ্ঞেয় দাৰ্শনিক তত্ত্ববোৰ সৰ্ব্বসাধাৰণে সহজে বুজিব পৰাকৈ এনে উজু ভাৱে তেওঁ "পদবন্ধে" ৰচনা কৰিছে যে দেখি আচৰিত মানিব লাগে। শঙ্কৰদেৱৰ ৰচনাৰ গুণেই এনে। তেওঁৰ প্ৰতিভাৰ স্পৰ্শমণিয়ে যিহকে ছোৱে সিয়েই উজ্জ্বল হৈ পৰে। মহাপ্ৰলয়ৰ শেহ ছোৱাত "মহা প্ৰকৃতিয়ো পুৰুষত গৈল লীন। থাকে আন একো পুৰুষতো ভিন॥ নাহি জল নাহি স্থল নাহিকে আকাশ নাহি মহা বায়ু চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ। নাহি শীত উষ্ণ ঋতু নাহি ৰাত্ৰি দিন সমস্তে সংসাৰ গৈল ঈশ্বৰত লীন॥ প্ৰকৃতিৰো ঈশ্বৰ পুৰুষ স্বতন্তৰ। নাস্তিকয় ব্ৰহ্মৰ বাহিৰ অভ্যন্তৰ॥ জগতৰ জীৱ উদৰতে দিয়া বাস কেৱল ঈশ্বৰ ৰৈলা কৰন্ত প্ৰকাশ॥ অনাদি অনন্ত যিটো ব্ৰহ্ম নিৰঞ্জন জ্ঞানময় আনন্দ ৰসত মগ্ন মন॥ নয়ন-কমল মুদি যোগনিদ্ৰা ছলে আপোনাকে চিন্তি আছন্তে কেৱলে॥

মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ আদি, "নানা কৰ্ম্ম কৰিবাক কৰে আলোচন একো কাৰ্য্যে স্থিৰ নোহে তাক বুলি মন॥ সঙ্কল্প বিকল্প ধৰ্ম্ম কৰে আলোচন। বুদ্ধি নাম বুলি তাক জানিবা লক্ষণ॥ সমস্তে কৰ্ম্মক মই কৰোঁ বুলি মানে অহঙ্কাৰ বুলি তাক জানিবা আপোনে॥ নানা সদ কৰ্ম্মক কৰয় নিতে নিত নিশ্চয়ে জানিবা ৰাজা তাৰ নাম চিত্ত॥ আৰু যে মনৰ কথা শুনিয়ো অপেক্ষি। কাছিলে নটক যেন ভিন্ন ৰূপ দেখি॥ মনৰ কল্পনা মানে সমস্ত সংসাৰ। জাগন স্বপন নিদ্ৰা তিনি বৃত্তি যাৰ॥ আছে মন সমস্ত প্ৰাণীৰ হৃদয়ত। ঈশ্বৰৰ প্ৰতিবিম্ব

লাগিছে মনত॥ তাকে বুলি জীৱ মন এবে ভিন্ন দুই। একপিণ্ড ভৈল যেবে লোহা অগ্নি দুই॥ মনে দুখ পাইলে জীৱে বোলে মই পাওঁ। মনে যৈকে যাৱে জীৱে বোলে মই যাওঁ॥ মনে যিবা কৰে জীৱে বোলে মই কৰোঁ। মনৰ মৰণে জীৱে বোলে মই মৰোঁ॥ যেন সূৰ্য্য বিম্ব লৰে জলৰ লগত। জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ব্বৱত। মনৰ কৰ্ম্মক যিটো মোৰ বুলি মানে। কৰ্ম্মপাশে বন্দী জীৱ এহি সে নিদানে। আত্মাৰ প্ৰসঙ্গে মন হৰে অচেতন। মনতে আছ ইটো চৈধ্যয় ভুবন॥ মনে পাপ মনে পুণ্য মনে সে নৰক *। মনেসে কৰিছে ভেদ আপোন পৰক॥ যতেক ইন্দ্ৰিয়গণ মনৰ অধীন। মনেৰেসে আজ্ঞা পালি থাকে ৰাত্ৰি দিন॥ মনে উপজয় জ্ঞান মনে সে মৰণ। মনুষ্যৰ মনে মোক্ষ বন্ধৰ কাৰণ॥ যত দেখা দেৱ ধৰ্ম্ম মনৰ প্ৰবন্ধ। তাৰে বন্দী থাকে জ্ঞায়ে নেবায় কৰ্ম্মবন্ধ"।

জগৎসংহাৰক ৰুদ্ৰ ৰূপৰ কি ভীষণ চিত্ৰ—"যেবে গৈল একশত বৰিষ ব্ৰহ্মাৰ। ৰুদ্ৰৰূপে কৰে হৰে জগত সংহাৰ॥ অধে উৰ্দ্ধে শৰীৰত নেদেখি প্ৰমাণ। ভ্ৰূকুটি কুটিল মুখ দেখি হৰে প্ৰাণ॥ আউল জাউল জটাজূট হাতত ত্ৰিশূল ঘোৰ মূৰ্ত্তি ধৰি কৰে প্ৰজাক নিৰ্ম্মূল॥ কিল কিল কৰি হাসে লৰে মুণ্ডমালী। পৰ্ব্বতৰ শৃঙ্গ যেন দন্ত দুইপালি। সহস্ৰ সহস্ৰ প্ৰজা মুখে ধৰি ডাঁটি। মৰমৰি মুণ্ড চোবাৰন্ত দান্তে আতি। জঙ্কাৰন্ত মাথা স্বৰ্গবাসী যায় দূৰ। চৰণৰ প্ৰহাৰে পৰ্ব্বত হোৱে চূৰ॥

* 'There is nothing either good or bad but thinking makes it so :"—*Shakespeare.*

ঘাৰ ৰিঙ্গ দিয়া দিগ্‌গজক খোঞ্চ মাৰি। ওপৰক তুলি নচুৰান্ত ত্ৰিপুৰাৰি॥ ৰুধিৰে দিগিধ দেহা কৰি ঘোৰ ধ্বনি। তিনি গোটা চক্ষু যেন জ্বলন্ত অগনি॥ ন্যজে ঘোৰ আটাস নিঘাত যেন পৰে। স্বৰ্গ মৰ্ত্ত্য পাতাল একত্ৰ হুয়া লৰে॥ জগত সংহাৰে হৰে পৰম বিক্ৰম। অন্তকাৰো অন্তক যমৰো মহা যম॥'

সাধাৰণত সদাশিৱৰ চিত্ৰ,—স্ফটিকত অধিক ধৱল কলেৱৰ প্ৰকাশন্তে আছে পঞ্চ বদন সুন্দৰ। প্ৰতি মুখে তিনি লোচন ৰুচিকৰ॥ জ্বলে সুবলিত মহাবাহু যে বাহন। নানা অস্ত্ৰ আছে হাতে ডম্বৰু ত্ৰিশূল॥ কটিত বাঘৰ ছাল গলে মুণ্ডমালা। ললাটে চটা আদি জ্বলে চন্দ্ৰকলা। বিকট পিঙ্গল জট জট জ্বলে মাথে। সৰ্ব্বাঙ্গত শোভে সৰ্প জগতৰ নাথে॥ ডুবু ডুবু ডম্বৰু বজাবৈ সৰ্ব্বক্ষণ। হৃদয়ে ধিয়ান্ত সদাশিৱে নিৰঞ্জন॥"

ব্ৰহ্মাৰ চিত্ৰপট—"ৰজোগুণে ব্ৰহ্মা ভৈলা যিটো সৃষ্টিকৰ। সুবৰ্ণ সমান যেন জ্বলে কলেৱৰ॥ উকুত উত্তৰ নৱগুণে শোভে হাতে। কৰে কমণ্ডলু জাপ্যমালা আউৰ হাতে॥ হৃদয়ত ধিয়ান্ত অনক অবিচ্ছেদ। মুখে উচ্চাৰন্ত উচ্চ কৰি চাৰি বেদ॥ আছ্ত আজ্ঞাভাৱে পাছে সৃষ্টি কৰে।"

বিষ্ণুৰ পট—"সত্বগুণে ভৈলা বিষ্ণুৰূপে ৰুচিকৰ নীল উতপল সম শ্যাম কলেৱৰ। শোভে পীত বস্ত্ৰ যেন মেঘত বিজুলী। চাৰি হাস্ত চাৰি অস্ত্ৰ ধৰি আছে তুলি॥ ঈষত হসিত মুখ শ্যাম পদ্মকোষ। নয়ন-পঙ্কজ অতি দেখন্তে সন্তোষ॥ কিৰীটি কুণ্ডলে আতি কৰে জাতিষ্কাৰ। জ্বলে হৃদয়ত মণিময় হেম

হাৰ॥ অৰুণ অধৰ চাৰু দশনৰ শাৰী। কঙ্কন কেয়ুৰ ৰঞ্জে মহা ভুজ চাৰি॥ আপাদলম্বিত পঞ্চবর্ণ বনমালা। কটিতটে পঞ্চৰত্নে প্রকাশে মেখলা॥ পদপঙ্কজত জ্বলে ৰত্নৰ নূপুৰ।.... .. যাৰ ক্রীড়া-বস্তু হৈটো তিনিয়ো জগত॥"

ব্রহ্মা, বিষ্ণু, শিৱ আৰু ত্রিজগতেৰে সৈতে এই ব্রহ্মাণ্ড সৃষ্টিকর্ত্তা, যাৰ প্রতি লোমকূপত একো একোটা ব্রহ্মাণ্ড, সেই জগত আদি-পুৰুষৰ চিত্রপট "নীল মেঘ যেন, বিজুলী সঞ্চাৰ, শৰীৰত পীত বাস॥ মহা মনোহৰ, ব্রহ্ম কলেৱৰ, ভুবন মোহন বেশ শিৰত ৰত্নৰ কিৰীটি অমূল্য, নীল আকুঞ্চিত কেশ॥ ৰত্নৰ তিলক, ললাটত শোভে, অলকা পঙ্কতি কান্তি। প্রফুল্ল পদ্মত, যেন পৰি আছে, উত্তম ভ্রমৰা পান্তি॥ কচকৰ কর্ণে, মকৰ কুণ্ডল, ৰত্নে কৰে জলমল তাহাৰ জেউতি, প্রকাশিত অতি, সুশোভন গণ্ডস্থল আছে মদনৰ, ধনুক নিন্দন্তে, প্রভুৰ ভ্রূৰ প্রকাশ ঈষত হসিত বদন, নয়ন অৰুণ পঙ্কজ পাসি॥ নাসা তিল-ফুল, অধৰ বান্ধুলী, দন্ত মুকুতাৰ পাতি। ৰুচিৰ চিবুক, কণ্ঠত কৌস্তুভ, নব আদিত্যৰ কান্তি॥ চাৰি মহা বাহু ললিত বলিত, কৰতল কিশলয়। ৰত্নৰ কেয়ূৰ, কঙ্কণ বলয়, শোভা কৰে অতিশয়। শঙ্খ চক্র গদ পদ্ম চাৰিহাতে কৰি অতি জ্যোতি স্কাৰ। বহল হৃদয় তাতে ৰত্নময় মণি মুকুতাৰ হাৰ॥ বক্ষস্থলে শোভে শ্রীবৎস পঙ্কতি, কটিত ৰত্ন মেখলা। আপাদ লম্বিত সুবর্ণ পদ্মৰ গলে বৈজয়ন্তী মালা॥ কৰাকৰ সম উৰু নিৰুপম, শোভে পাট পীত ভুনি। অৰুণ চৰণে, ৰত্নৰ নুপুৰে কণু ঝুনু কৰে ধ্বনি॥ প্রকাশে অঙ্গুলি, সুবলিত নীল, চম্পাৰ পাকৰি নয়। প্রতি

মজ্জাৰ ভিতৰে। যাত বায়ু পশিলে অমৰ হোৱে নৰে॥ তাহাৰ মুখত ঢাকি আছে কুণ্ডলিনী। মায়াৰ শকতি যেন দেখিয়া সৰ্পিণী॥ শঙ্কৰদেৱ যোগশাস্ত্ৰত কেনে পাৰদৰ্শী আছিল, আমি এই গ্ৰন্থৰ আগডোখৰত কৈ আহিছোঁ। ওপৰৰ এই সংক্ষেপ বৰ্ণনাতো তাৰ প্ৰমাণ পোৱা যায়।

———— ০:*:০ ————

# নবম অধ্যা।

বলিছলন। শ্ৰীমদ্ভাগৱত অষ্টম স্কন্ধৰ অন্তৰ্গত। বলিছলন অষ্টম স্কন্ধৰ সাৰ বুলিব লাগে। শঙ্কৰদেৱেও কৈছে "অষ্টম স্কন্ধৰ সাৰ বলিক ছলন।" শঙ্কৰদেৱে তেওঁৰ বলিছলন পুথিত ভাগৱতৰ কথাৰে বামন-পুৰাণৰ পৰা কিছু কথা আনি মিহলাই ৰচনা কৰিছে বুলি কৈছে,—"ভাগৱত কথা ইটো অমৃত সাক্ষাত। বামন পুৰাণ কিছু মিশ্ৰ দিলোঁ তাত॥" শঙ্কৰদেৱৰ ৰচিত ভাগৱতৰ আনবোৰ স্কন্ধৰ ৰচনা আদিৰ সম্পৰ্কে যি কোৱা গৈছে, এই পুথিৰ সম্পৰ্কেও সেই কথাই খাটে। এই পুথিৰপৰা আমি দুই চাৰি ডোখৰ ইয়াত তুলি দিওঁ,—বলিৰ ভয়ত ইন্দ্ৰাদি দেৱতাসকল পলাই বিজুবনত আছিলগৈ। তাতো তেওঁলোক কেনে ভয়ভীত হৈ আছিল, সেই বৰ্ণনা চোৱাঁ—"আলোচি পশিলা গৈয়া বিজুবন মাজে॥ কণ্টক শঙ্কটে আবে বেৰু বেতময়। হেন

অৰণ্যত থাকি মুগুচয় ভয়॥ আত জানো পায় আসি দানৱ অশিষ্টি। একো থানে নুলুকায় দেৱতাৰ পিাথ॥ আচম্বিতে যদিবা দেখয় মূঢা গছ। দৈত্য বুলি পলায়ে নচাহে আগ পাছ॥ পক্ষী যেবে উৰয় তাহাতে প্ৰাণ হৰৈ। সপোনতো সুখ নাহি দৈত্য আসি ধৰৈ॥ নামাতন্ত ডৰে কথা কহ ঠাৱে ঠাৱে। ৰাত্ৰি ভৈলে বজাই ফুৰন্ত যেন চোৰে॥ হন্ত ব্ৰহ্মচাৰী কতো সন্ন্যাসী তপসী। ভিক্ষা মাগি ফুৰন্ত নগৰ গ্ৰাম পশি॥ দৈত্যা সুখ নেদেখন্ত নাথাকন্ত থিৰে। কোন ভূমি বোলান্ত নৰৰ দেহ ভিৰে॥ চোৰ চোৰ বুলি নগৰীয়া পাৰৈ গেৰি। পলাই ত্ৰিদশে ঝুলি বৌকণ্ডিক এৰি॥ হৰি হৰি আৰে পলাইবাৰ পুৰা নাই। থাৰতো নাথয় যেন দেৱৰ বিলায়॥ মাসেকতো কাৰো অন্নৰে নাহি ভেঁট। শুখাই গৈল শৰীৰ অন্তত লাগে পেট॥ জঙ্ঘা মাত্ৰ আছে কথমপি জীৱৈ প্ৰাণ। দিনগোট যায় এক যুগৰ সমান॥ ধূলি ধুসৰিত তনু প্ৰেতৰ আকাৰ। কহন নযায় আৰ দেৱৰ বিকাৰ॥”

পুতেকইঁতৰ দুখৰ কথা শুনি অদিতিয়ে বিলাপ কৰিছে—“পুত্ৰশোকে ঝমক দেখন্ত দেৱ মাৱ। কৰন্ত ক্ৰন্দন দেৱী অতি দীৰ্ঘ ৰাৱ॥ হাঁ পুত্ৰগণ ভৈল হেনসে অৱস্থা। প্ৰাণ ফুটে তোমাসাৰ শুনি দুঃখ কথা॥ উপজিলি পুতাই এহি নিকাৰক লাগি। কতনো ফুৰিবি পৃথিবীত ভিক্ষা মাগি॥ মই পাপিনীৰ কিনো অভাগ্য কপাল। ত্ৰিদশ দেৱৰ আন নেদেখিলোঁ ভাল॥ দশ দিগপাল একেবাৰে অস্ত গৈল। তবে দিতি সতিনীৰ মন ৰঙ্গ ভৈল॥ হৰি হৰি ইন্দ্ৰ হাৰিয়াসৰ পুতাই। কোন বিধি তোৰ হেন কৰিল বিলাই॥ যাৰ নিদ্ৰা নাসে তুলী সুবৰ্ণ খাটত।

কেনে নিদ্রা আসে আবে কেৱলে মাটিত॥ অসংখ্যাত অপসৰীগণে ধৰে আলে। .. অমৰাৱতী ৰাজ্ঞ বসি থাকা সিংহাসনে আবে লগ ভৈল অৰণ্যৰ পশুগণে॥ যাহাৰ মুখত আতি অমৃত মুকুচে। আবে ফল মূলে কেন মতে ক্ষুধা গুচে॥ ভিক্ষা মাগি ফুৰা আবে তপস্বীৰ বেশে।.. কতনো লিখিলে বিধি তোহোৰ ললাটে॥ কত আৰ বিপত্তি সহিব শচী আই। জানিছোঁ দুখতে তোৰ দাণ্ড লগ যাই॥ সৰ্ব্ব সৌভাগিণী বাসৱৰ পাটেশ্বৰী। পুতাইৰ লগতে তয়ো ভৈলি দেশান্তৰী। যাৰ নেত তুলীত ফুৰান্ত দুখায় ভৰি। আবে ঘোৰ বনত ফুৰস কেন কৰি॥ . .. তোমাৰ এতেক দুখ দেখি কেনে জীওঁ। হেন মনে কৰোঁ কালকূট বিষ পিওঁ॥"

অদিতিয়ে নিজৰ স্বামী কশ্যপক পুতেক হতৰ দুখৰ কথা কৈ কান্দি উপায় সোধাত কশ্যপ উভয় শঙ্কটত পৰিল; কাৰণ দেৱতা-সকলও তেওঁৰ সন্তান অসুৰবিলাকও তেওঁৰ সন্তান। "হেন শুনি মহা ঋষি, মাতিলন্ত বিমৰিষি, কিনো বিষ্ণু মায়াৰ প্ৰভাৱ। কৈৱ দেহ কৈৱ জীৱ, কৈৱ মাতাপিতা পুত্ৰ জায়॥ কাক কোনে বোলে বাপ মায়॥ সংসাৰ সকলো মিছা, তথাপি তাহাত ইচ্ছা, মোক্তে মতি বান্ধি আছে টান। কোন বুদ্ধি কৰোঁ আবে, দেৱ দৈত্য যত সবে হুয়া আছে মোহোৰ সন্তান॥ একদিকে হৰ্ত্তা যাই, আৰ দিকে মাল খাই, আবে মই হও কোন ভিত."

বটুৱে যেতিয়া বলিক তিনি পদৰ জোখাৰ ভূমি দান খুজিলে বলিয়ে তেওঁৰ অকিঞ্চিৎকৰ ভিক্ষা দেখি তেওঁক তেতিয়া ক'লে— "যেন ভাগ্যবৰ্জিত দৰিদ্ৰ কোন জন। কুবেৰক পায়া সিটো খোজে খুদকণ। ৰত্নদাপো পায়া যেন পাইলেক বিবুদ্ধি। বালিক

নাৰত তোলে ৰত্নক সুস্থি ॥" তেতিয়া বটুৰে বলিক কেন সুন্দৰ উত্তৰ দিলে—"তিনিযো লোকত যত আছে ধান্য ধন। যত দিব্য নাৰী আছে সুন্দৰী প্ৰধান॥ যত দিব্য দৰ বাৰী বস্ত্ৰ অলঙ্কাৰ॥ সবেও মুপূৰে মন এক লুভিয়াৰ॥ পৃথ গয় আদি কৰি ৰাজ্য অপৰ্য্যন্ত। অৰ্থৰ তৃষ্ণাৰ কেহো নাপাইলেক অন্ত। সপ্তদ্বীপা পৃথিবী কৰিলা অধিকাৰ। তথাপি তৃষ্ণাৰ কেহো নাপাইলেক পাৰ॥ ইন্দ্ৰিয়ক দমি যিটো নকৰে আশা। সি সি মহা সুখী যিটো অল্পতে সন্তোষ॥ অসন্তুষ্ট প্ৰাণীৰ নভাঙে মন দুখ। ত্ৰৈলোক্যৰ লক্ষ্মী পাইলে নাহি তাৰ সুখ। যেহি পাৰে তাতে যিটো তুষ্ট হোৱে মন। তেবেসে বিপ্ৰৰ তেজ বাঢে অনুক্ষণ॥ সন্তোষে সমস্তে তেওক কৰে ঠায় যেন জল পৰি অগ্নি নিৰ্ব্বা-ণক পায়

কেনে দান কৰা উচিত এই বিষয়ে শুক্ৰই বলিক উপদেশ দিছে "যিটো দান কৰন্তে বৃত্তিৰ হোৱে ছেদ কিছু পুণ্য নাহি মিছা মাত্ৰ পাৰে খেদ॥ জীৱিকা থাকিলে পাই সবে কৰ্ম্ম। প্ৰতি দিনে সিজে দান তপ যজ্ঞ ধৰ্ম্ম॥ শুনিয়োক বলি যেন শাস্ত্ৰৰ বিহিত পঞ্চ ভাগ কৰি বিভাগিবে নিজ বিত্ত॥ ধৰ্ম্ম অৰ্থ কাম যশ পুত্ৰৰ নিদানে তেবেসে থাকিবে পাই সুখে সৰ্ব্ব স্থানে॥"

কেতিয়া মিছা মাতিলে পাপ নহয় এই বিষয়ে দৈত্যগুৰু শুক্ৰৰ উপদেশ হৈছে—"সুৰতি বিবাহ প্ৰাণ শঙ্কটৰ তাসে। গো ব্ৰাহ্মণৰ অৰ্থে সৰ্ব্বস্ব বিনাশে। এতেকতে মিছা মাতিলেও নাহি পাপ... কপটীক কপট কৰিলে নাহি হানি॥ তই যেবে জীৱ লাগে উপায় হেন গুণ। আত্মাঘাত নকৰ মোহোৰ বুদ্ধি শুন॥"

গুৰুৰ এই উপদেশ বলিয়ে মুশুনিলে ; আৰু মুশুনি তেওঁ তৰ্জ্জৰ জোখেৰে সত্যৰ মান ৰাখি কেনে উত্তৰ দিলে চোৱাঁ— "কিন্তু দান দিবোঁ বুলি, তিল কুশ লৈলোঁ হাত তুলি, সভাত কৰিলোঁ অঙ্গীকাৰ॥ বিত্তৰ লোভত থাকি, বিমুখে পাঠাইবোঁ ডাকি, ব্ৰাহ্মণক কোন ব্যৱহাৰ॥ মই প্ৰহ্লাদৰ নাতি, হুয়া জীবোঁ মিছা মাতি, তেবেসে উচিত হবে মোৰ। অনাইবো বংশৰ নাম, কৰি গৰিহিত কাম, যেটন জুৱাৰ যেন চোৰ॥ অসত্যত পৰে পা , নাহি নাহি জানা বাপ, আপুনি কহিলা বসুমতী॥ সবাকো সহিবে পাৰোঁ, অসত্যবাদাত হাৰোঁ, তাৰ ভৰে যাউঁ অধোগতি। নৰকত হোক বাস, মৃত্যুকো নকৰোঁ ত্ৰাস, ৰাজ্য শ্ৰী সবে হোক নষ্ট। ইসে মোৰ হৃদি খেদ, যেন দেখি আশা ছেদ, ব্ৰাহ্মণৰ হয় মনকষ্ট॥" কি সুন্দৰ তেজস্বী বচন। কি অমূল্য সত্য।

এই পুথিৰ ভণিতাত আমাৰ শঙ্কৰদেৱে উপদেশ দিছে— "হেন জানি নৰলোক, পৰ হিংসা এৰিয়োক, অবিলম্বে আপোনাক পায়॥ যত দেখা ভূতপ্ৰাণী, সবে বিষ্ণু হেন জানি, হিংসা এৰি কৰা উপকাৰ॥" কি উদাৰ জ্ঞানোপদেশ।

বামনে তিনি পদ ভূমি দান লৈ দুপদ থৱলে ঠাই পাই, তৃতীয় পদলৈ ঠাই নাপাই বলিক নাগপাশেৰে বন্ধাই কদৰ্থনা কৰিলে- "আগে দিবোঁ বুলি যিটো পাছে নেদে দান। দুৰ্ঘোৰ ৰৌৰৱ নৰকত হোৱে স্থান॥ আগে দিবোঁ বুলি কেনে কৈলি অঙ্গীকাৰ॥ অসত্যবাদীৰ তোৰ জীবন নিষ্ফল।" ইয়াৰ উত্তৰত বলিৰ কি অতি ওথ থাপৰ তেজো উত্তৰ :—"ত্ৰৈলোকৰ লক্ষ্মী

প্ৰভু কাঢ়ি লৈলা ছলে॥ গৰুডৰ হাতে পুনু বন্ধাই আছা বলে॥ ...গোচৌ হসব দুখক গাৱে সহে। বুলিলা অসত্যাবাদী হৈসে দেহা দহে॥”

বামনৰ তৃতীয় পদ থবলৈ ঠাই নাই দেখি বলিয়ে কলে—“মাথাপাতি দেও হেৰা নাথ নাৰায়ণ॥ থোৰা পাব শিৰত সাফলোঁ অঙ্গীকাৰ॥ ··ভাল ভৈল গুচে বিষয় মহাবিষ। নিঃকিঞ্চন ভৈলোঁ তাত অধিকে হৰিষ॥ শ্ৰী দূৰ কাৰ কিনো কৰিলা আহ্লাদ বান্ধ নোহে ইটো মোৰ পৰম প্ৰসাদ ...তক বুলিলা মোৰ নলৰে মতিক তোমাৰ ক্ৰোধক দেখোঁ ...তো অধিক॥.. যদ্যপি অজ্ঞানী মই নাজানো ভকতি। ...থাপি তোমাৰ প্ৰভু ভৃত্যৰ সম্বন্ধি॥” ধন্য বলি। ধন্য তোমাৰ চৰিত্ৰ।

ককাক প্ৰহ্লাদে বলিৰ দুৰ্গতি দেখি “মহামায়া চক্ষুৰ পাৰে খোজে পানী॥ জ্ঞান-ধৈৰ্য্য-অঙ্কুশে ধৰন্ত চিত্ত টানি॥ বলিক নুবলি কিছু বচন আশ্বাস। ধীৰে ধীৰে চলিলন্ত মাধৱৰ পাশ . প্ৰভুক প্ৰত্যক্ষ দেখি বৈষ্ণৱ প্ৰহ্লাদ॥ শিহৰিল লোম সব শৰীৰ আহ্লাদ॥ নয়নৰ পৰা পৰে হৰিষে লোতক। দণ্ডৱতে পৰি প্ৰণামিলা মাধৱক॥·· ···তুমি দিলা বলিক ত্ৰৈলোক ৰাজ্যভাৰ তুমি কাঢ়ি লৈলা আত হৰিষ আমাৰ॥ গৰ্ব্ব গুচাই বলিক কৰিলা বৰ দয়া। আতি অন্ধ কৰে পুৰুষক শ্ৰী মায়া॥ শ্ৰী যাক পাইলে সিটো জীৱন্তে মৰা। মাতন্তে নামাতে যেন আতুৰ নপৰা॥ শুনিয়ো নুশুনে যেন বসি থাকে কলা। দেখিয়ো নেদেখে যেন দিনতে অন্ধলা॥ কোন লো

অৱস্থা নকৰয় শ্ৰী মদে ॥ শ্ৰী পাইলে পাৰে তাক পৰম আপদে ॥ তুমি হেন স্বামীক পাশৰে হতবুদ্ধি। আজি বলি পাইলে ভৱ ব্যাধিৰ ঔষধি ॥” ই বলিৰ ককাকৰ নিচিনা কথাই ॥

বলিৰ ঘৈণীয়েক বিন্ধ্যাৱলীও বলিৰ উপযুক্ত স্ত্ৰী। তেওঁ বামনৰ আগত স্বামীৰ হকে কাকুতি কৰিছে “মোৰ স্বামী দৈত্যপতি, দেখি যেন মৃঢ়মতি, তোমাত নাহিক একো জ্ঞান। বৈকুণ্ঠৰ নাতি হুই বোলে হৰো কোন মূৰ্খ, বিষ্ণুক ত্ৰৈলোক্য কৰোঁ দান ॥ তুমিসে জগতপতি, ত্ৰৈলোক্য দিবাৰ কৰ্ত্তা, আন বাপ হৰৰ ত্ৰৈলোক্য তান ইতো অহঙ্কাৰে, যেন মাথা ক্ষুৰ ধাৰে, অতিশয় পীড়া কাৰে মোক ॥ আহ্ম মহামূৰ্খ জানি, কৃপা কৰা চক্ৰপাণি সহস্ৰেক বাৰ কৰোঁ সেৱ। অনেক কাকুতি কৰোঁ, দাঁতে তৃণ তুলি ধৰোঁ তাৰ মোৰ মেলিলো স্বামীক বান্ধন চোতাত আন, দেখি নযায় প্ৰাণ, দেখি মহা লাজ ভাগ্য ॥ তথাপি যদি আছে কোপ, তেন্তে এৰি বান্ধা মোক, মই মৰোঁ প্ৰভু পালো ধন্য নিস্তাৰিলা।

বলিক বামনে বান্ধ মেলাই দিলে আৰু তেওঁৰ সভা পাতি দিছিল, তেতিয়া তেওঁ কিয় বলিক ইমান নিগ্ৰহ কৰিছিল, তাৰ কাৰণ কবলৈ ধৰিলে।—“মোৰ মহা অনুগ্ৰহ যেওঁ যাক প্ৰতি ॥ সিজনৰ হৰোঁ মই ঐশ্বৰ্য্য সম্পত্তি পৰম প্ৰমত্ত হোৱে ধনৰ গৰ্ব্বত। লোককো নামানে, মোক নলৱে মনত। কিনো সত্যবাদী বলি দেখিও প্ৰত্যক্ষ। দৈত্যৰ মধ্যত বৰ মহা পুৰুষেক ॥ সবাতো অধিক আতি স্নেহ মোৰ আক ॥ জিনিলেক বলি মোৰ দুৰ্জ্জয় মায়াক। ত্ৰৈলোক্য কাঢ়িলোঁ ছলে নৈলোঁ ধন বিত।

হাতে গলে বান্ধি দুখ দিয়োঁ বিপৰীত॥ একেশ্বৰ ভৈল সবে জ্ঞাতিয়ে এৰিল। শুক্রৰ বাক্যত হটো সত্যক নেৰিল॥ শক্রৰ হাতত পৰি নিশঙ্ক হৃদয়। অনেক ভৎর্সিলোঁ দৰশাইলোঁ মহাভয়। ছল বাদে নিন্দিয়া জ্বালিলোঁ মহামৰ্ম্ম। তথাপিতো বলি নেৰিলন্ত সত্যধৰ্ম্ম॥ ... তাহোৰ ভকতি মোক কৰিলে অধীন মোকে সেৱে দিনে ৰাতি শুদ্ধ নামায় প্ৰাণ॥ দ্বাৰত থাকিবো তোলো কৰে ধৰি গদা॥ ভাৰ মোৰ এৰা এবে নাহি আজি ধৰ।' ইন্দ্ৰক ত্যাকো ইন্দ্ৰ কৰিব বুলি বামনে কহিলন্ত বলিয়ে বামনক কৈলা -

'শুনাই ইন্দ্ৰ হুইবি হেন বুলিলা বচন। হতাশে অতি উদ্বিগ্ন ভৈল মন। হটো শ্ৰী মধুসূদন কৰিলেক মন হেন ছাৰ ইন্দ্ৰৰ পদত নাহি মতি। ইন্দ্ৰ হোৱা পাশলিলো তোমাত ভকতি।

সুবৰ্জলোঁ প্ৰভুদেৱ হটো কোন কথা। বান্ধ গুচাই দুলাই যেন দৰে খোজা বুদ্ধা॥ .. মাগি থাকোঁ চিন্তিবোহো তোমাৰ চৰণ॥ কাম কৰ্ম্মা উৰিযা তোমাৰ লৈবো নাম। আউৰ ইন্দ্ৰ পদতো মোহোৰ নাহি কাম॥"

এই কথা শুনি বামনৰূপী বিষ্ণুৱে কলে—"কি কৰিবে আউৰ তোক ইন্দ্ৰ পদ পাই॥ মোৰ চৰণত ভৈল অতি দৃঢ়মতি। স্বৰ্গভোগ ভুঞ্জোতেও লভিবি মুকুতি॥ যিটো পুণ্য কৰি আছু ভুঞ্জিলেসে ক্ষয়। কৈত শুনি আছ ভকতৰ ভয় আছে। কৰে গদা ধৰি ৰাখি ফুৰোঁ পাছে পাছে॥ একো কালে নেৰে যেন শৰীৰক ছাঁয়া।"

কীৰ্ত্তনঘোষাত যি ছোৱা বলিছলন দিয়া হৈছে, সি এই বলিছলন পুথিৰ শেহৰ পাঁচ আধ্যা॥

——:০:——

# দশম আধ্যা।

ৰত্নাকৰ।—শঙ্কৰদেৱে পুৰাণ ভাগৱত আদি শাস্ত্ৰৰপৰা বাছি বাছি সাৰ শ্লোকবোৰ উদ্ধাৰ কৰি এই ৰত্নাকৰ নামে শাস্ত্ৰ কৰিছিল। "অনন্তৰে দেৱ মাধৱে বোলন্ত ৰত্নাকৰ গ্ৰন্থখান পুৰাণৰ শ্লোক তুলি কৰিলন্ত শঙ্কৰদেৱে নিৰ্ম্মাণ' —(দৈত্যাৰি। কিন্তু সি সংস্কৃত ৰত্নাৱলী গ্ৰন্থ পোৱাৰ আগেয়েই। পিছত তেওঁ ৰত্নাৱলী পাই কৈছিল যে ৰত্নাৱলীখন যদি আগেয়ে পালোঁহেতেন তেন্তে ইমান পৰিশ্ৰম কৰি ৰত্নাকৰ নকৰিলোঁহেতেন।

"হৰিশ্চন্দ্ৰ উপাখ্যান'।—পুথিখন শঙ্কৰদেৱে প্ৰথমতে কৰিছিল। সম্ভৱতঃ তেওঁৰ কীৰ্ত্তনঘোষা পুথিৰও আগেয়ে ৰচিত। এই পুথিৰ বিষয়ে এটা কথা গুৰুচৰিত্ৰ পুথিত আছে,—শঙ্কৰদেৱৰ পাটবাউসীত থাকোতে, গোপাল নামে তেওঁৰ ভকত এজনে সদায় হৰিশ্চন্দ্ৰ উপাখ্যান পুথিৰ পদ গাই চাউল মাগি ফুৰে। মানুহে সেই পদ শুনি সন্তোষ পাই গোপালক সৰহকৈ ভিক্ষা দিয়ে আৰু আনবোৰ ভকতে সিমান ভিক্ষা নাপায়। এনে দেখি শঙ্কৰদেৱে এদিন গোপালক তাৰ কাৰণ সোধাত গোপালে কলে যে হৰিশ্চন্দ্ৰৰ পদ গাই শুনাই ভিক্ষা মাগিলে মানুহে সন্তোষ পাই তেওঁক সৰহকৈ ভিক্ষা দিয়ে। শঙ্কৰদেৱে এই কথা শুনি আক্ষেপ কৰি কৈছিল "ভকতিৰ চাবি খুটি মাৰি প্ৰথমে কৰা শাস্ত্ৰখানি ভিক্ষুক হল।"

গুণমালা।—বাৰ স্কন্ধ ভাগৱতৰ সা৴ অতি সংক্ষেপকৈ শঙ্কৰদেৱে এই গুণমালা পুথিখন ৰচনা কৰিছে। মানুহে খাওঁতে শোওঁতে উঠোতে বহোঁতেও কৃষ্ণগুণৰাশি গাব পৰা কৰি এই মালাধাৰি শঙ্কৰদেৱে গাঁথিছে। গুণমালা বাৰ স্কন্ধ ভাগৱতৰ "পকেট এডিচন" অর্থাৎ চোলাৰ মোনাত লৈ ফুৰিব পৰা সংস্কৰণ।

নন্দ যশোদাৰ, গৃহত আপাৰ। কৰিলা বিহাৰ জগত আধাৰ॥ অনেক যন্ত্রণা, কৰিলা মন্ত্রণা। আসিল পুতনা, শুষিলা চেতনা॥ ৰম সঙ্কট, দধি দুগ্ধ ঘট। সহিতে শকত, কৰিলা ওলট নত্য চক্রবাত, ভৈল কন্ধ পাত। কৃষ্ণৰ লীলাত, পৰিয়া শিলাত॥ জগতৰ স্বামী, প্রভু অন্তর্যামী। মাতৃ কোলগামী, তুলিলন্ত হামি॥ ত নিখিল, গভত দেখিল বিস্ময় মিলিল, যশোদা ডৰিল॥

পাছে ব্রজপুৰে, ৰঙ্গে ভ্রমি ফুৰে সোণাৰ নুপুৰে, ৰুণজুন বাৰে। অগণি সর্পক, যান্ত ধৰিবাক। দেখি দন্ত হাক, নগুনন্ত পাক। গোপীকাৰ ঘাৰে, পশি দামোদৰে। অপকাৰ কৰে দেখি নিৰন্তৰে॥ গোপীগণ আসি, যশোদাত হাঁসি। কৃষ্ণ চেষ্টা ৰাশি, কহন্ত প্রকাশি। দেখিলে গোৱালী, শিশু বনমালী। নানা চতুৰালি, কৰন্ত ধূর্ত্তালি॥ কি কহিবো আই, কৃষ্ণৰ অ ায়। নোদোহন্তে গাই বৎসক পিয়ায॥ শুনি হেন বাণী, লাজে চক্রপাণি নেত্রে বাহে পানী, দেখি নন্দৰাণী॥ স্নেহ উপজিল, সাবটি ধৰিল। আশ্বাস কৰিল মুখে স্তন দিল॥"...

"মুচকুন্দ ৰায়, শুতিয়া তথায়। আছে নিদ্রা যায় তাঙ্ক গৈয়া পায়॥ মাৰিল চৰণে, জাগিল তেখনে। চাহিল নয়নে, মৰিল যৱনে।" ইত্যাদি এনে সংক্ষিপ্ত অতুলনীয় বর্ণনাৰে এই গুণমালা ৰচিত।

গুণমালা পুথি ৰচনাৰ বিষয়ে গুৰুচৰিত্ৰত আছে,— এদিন নৰনাৰায়ণ ৰজা পণ্ডিতসকলেৰে সৈতে সভা পাতি বহি আছে; শঙ্কৰদেৱো তাতে আছিল॥ এনেতে ৰজাই পণ্ডিত মণ্ডলীক সুধিলে "বাৰস্কন্ধ ভাগৱত শাস্ত্ৰ, বহি ভা'ত ৰাস্কোতে গাব পৰাকৈ আপোনাসকলে ৰচনা কৰি দিব পাৰে নে?" পণ্ডিতসকলে উত্তৰ দিলে,—"মহাৰাজে যদি হাতী এটি মাৰি ভুকুকাত ভৰাই দিব পাৰে, আমিও এই কাম কৰিব পাৰিম।" শঙ্কৰদেৱে গুণমালা পুথৰ ৫ আধ্যা আগেযে ৰচনা কৰি ৰাখিছিল, তেওঁ এই কথা শুনি বহালৈ উভতি আহি প্ৰথম আধ্যা ৰচনা ক'ৰ পুথিখনৰ পিঠিৰ পিনে হাতী এটাৰ আকৃতি এটা আঁকি পুথিখন ভুকুকা এটাত ভৰাই ৰজাক দিলে। ৰজাই এই কাৰ্য্যত সন্তোষ পাই শঙ্কৰদেৱক আসন দি বহুবাৰ সম্মান ক'ৰি সকলোৰে ওপৰত ধৰ্ম্মৰ ৰজা পাতিলে।

শঙ্কৰদেৱে চূৰ্ণপোৰাত সত্ৰ কৰি থাকোঁতে নাৰায়ণ দাসক (ঠাকুৰ আতা) শৰণ দি গুণমালা শাস্ত্ৰ দিছিল। অৱশ্যে সেই গুণমালাত, পিছত নৰনাৰায়ণ ৰজাক দিবলৈ ৰচিত হোৱা প্ৰথম আধ্যা নাছিল।

শঙ্কৰদেৱে বৰদোৱা এৰি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে শিঙৰিত এৰাতি থাকি তাৰ পিছত গাংমৌত সত্ৰ পাতি থাকোঁতে, শিঙৰি নিবাসী আৰু তাৰ পিছত বিশ্বনাথ দেৱালয়ত দেবীপূজা কৰি থকা সতানন্দ বা দেবীদাস নামে কায়স্থ এজনক শিষ্য কৰি গুণমালা পুথি দিছিল। ইয়াৰ দ্বাৰাই বুজিব পৰা যায় যে তেওঁ বৰদোৱাত থাকোঁতেই গুণমালা পুথি ৰচনা কৰিছিল। অৱশ্যে সেই প্ৰথম আধ্যাত বাজে।

শঙ্কৰদেৱে পাটবাউসীত থাকোঁতেই ৰায় আতাৰ প্ৰাৰ্থনা মতে কালীদমন, পত্নীপ্ৰসাদ, ৰাস, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ, আৰু কংসবধ নাট ৰচনা কৰি ভাৱনা কৰি সকলোকে দেখুৱাইছিল। আৰু তাতে শঙ্কৰদেৱৰ আজ্ঞা মতে মাধৱদেৱে দধিমথন, ৰাসঝুমুৰা, পিপৰা-গুচুৱা, চোৰ ধৰা, ভূমি লোটিৱা, ভূষণ হেৰুৱা, কোটোৰা খেলা আৰু ভোজন ব্যৱহাৰ নাট ৰচনা কৰিছিল। দধিমথন নাটৰ ভাৱনাত শঙ্কৰদেৱে নন্দৰ, আৰু মাধৱদেৱে উপনন্দৰ ভাও দিছিল।

নৰনাৰায়ণ ৰজাৰ আজ্ঞামতে শঙ্কৰদেৱে তাঁতীকুচিত কাপোৰৰ কাৰখানা পাতি মাধৱদেৱেৰে সৈতে পাটবাউসীলৈ আহোঁতে বাটত ভাট এটাই গীত গোৱা শুনি মাধৱদেৱকো তেনে এটা গীত ৰচনা কৰি গাবলৈ কোৱাত, গুৰুৰ আজ্ঞা মতে মাধৱদেৱে বাটতে, "প্ৰাতঃ সময়ে, যশোৱা জননী, মুখ চুম্বিত শ্যাম জগাৱন কু। উঠ মেৰি লাল, মদন গোপাল, আৱে তেৰি গোৱাল বলাৱন কু॥" এই ভটিমাটো ৰচনা কৰিছিল।

এদিন শঙ্কৰদেৱে মাধৱদেৱ, ঠাকুৰ আতা, আৰু জয়ন্তা মাধৱেৰে সৈতে বাটত যাওঁতে তেওঁলোকক ক'লে যে তিনিওজনে তিনটি ভটিমা ৰচনা কৰি গাব লাগে। এই কথা শুনি জয়ন্তা-মাধৱে ৰচনা কৰি গালে—'বাই দে নাৱৰ বাচক শ্ৰীশঙ্কৰ ঘাটে। বাব নোৱাৰোঁ নাৱৰ বাচক বঠা নাইকিয়া হাতে॥" ঠাকুৰ আতাই ৰচনা কৰি লাগে—"জয় জয় শ্ৰীমন্ত শঙ্কৰ, মই তুৱা দাসৰো দাস। উজানৰ হস্তে আসি প্ৰাণনাথ নিকটে কৰিলোঁ বাস।" মাধৱদেৱে ৰচনা কৰি গালে—"জয় গুৰু শঙ্কৰ, সৰ্ব্বগুণাকৰ, যাকেৰি নাহি উপাম।" ইত্যাদি।

চিলাৰায় দেৱানে শঙ্কৰদেৱ কোচবেহাৰত থাকোঁতে তেওঁক “জন্মৰহস্য” শাস্ত্ৰ ৰচনা কৰিবলৈ অনুৰোধ কৰাত, শঙ্কৰদেৱে পাটবাউসীলৈ আহি মাধৱদেৱৰ হতুৱাই সেই পুথি ৰচনা কৰাই দেৱানলৈ পঠিয়াই দিয়াত দেৱানে পুথি পাই বৰ সন্তোষ পাইছিল।

শঙ্কৰদেৱ শেষ বাৰ নৰনাৰায়ণ ৰজাৰ আজ্ঞা মতে কোচবেহাৰলৈ যাবৰ সময়ত আন আন কথাৰ লগত মাধৱদেৱক কৈছিল--“কীৰ্ত্তনঘোষা শাস্ত্ৰখন সংগ্ৰহ কৰিবা। ঘোষাত (হাজাৰী আৰু নামঘোষা) তুলৰি, জুনা, ছবি, জুমুৰি, লেচাৰি ছন্দ দিবা। নমস্কাৰ, শৰণ, ভজন, নিন্দা, স্তুতি, উপদেশ, প্ৰাৰ্থনা, কাকুতি, খেদ, প্ৰশংসা, মহিমা, কাৰুণ্য, এইবোৰ যোগ কৰিবা। আৰু ঘোষাৰ শেষত ঈশ্বৰৰ নাম-গুণ লগাবা॥” তাৰ ওপৰত কৈ আহিছোঁ যে মাধৱদেৱ বেহাৰলৈ গুচি যোৱা বাবে কীৰ্ত্তনঘোষ শাস্ত্ৰ তেওঁ নিজে গোটাব নোৱাৰিলে, সেই কাম তেওঁৰ ভাগিন ৰামচৰণে কৰিলে। তাৰ ঘোষাত শঙ্কৰদেৱে কোৱা মতেই যে সকলো দিয়া হল, ঘোষা পঢ়িলেই সেইটো বুজিব পাৰি।

শঙ্কৰদেৱক নৰনাৰায়ণ ৰজাই ধৰি নৈ যাবলৈ পঠিওৱাৰ পিছত যেতিয়া প্ৰথমতে শঙ্কৰদেৱ ৰজাৰ আগত উপস্থিত হয়, তেতিয়া তেওঁ “মধুদানৱ দাৰণ দেৱ বৰং। বৰ বাৰিজ লোচন চক্ৰধৰং॥” এই সংস্কৃত স্তোত্ৰটি ৰচনা কৰি গাই এযোৰ দোখোজকৈ ৰজাৰ কালে আগ বাঢ়িছিল। সংস্কৃত শ্লোক ৰচনাত শঙ্কৰদেৱ কেনে সুনিপুণ আছিল এই সুন্দৰ স্তোত্ৰটিয়েই তাৰ চিনাকি।

———:০:———

# একাদশ অধ্যায়।

## বৰগীত।

পুৰণি অসমীয়া সাহিত্য নানা ধৰণৰ গীত, প[illegible] আদিৰ নিমিত্তে বিখ্যাত। কেতবোৰ লৌকিক গীত আগৰ দিনৰ পৰা মানুহৰ মুখে মুখে নামি আহিছে, সেইবোৰৰ সময় নিৰ্ণয় কৰা টান, কিয়নো ভালেমান ঠাইত সেইবোৰ আধুনিক ভাব আৰু ভাষাৰে সানমিহলি হৈ পৰিছে। আন কেতবোৰক পুৰণি পুথিবোৰে শুদ্ধ সাবটি ধৰি ৰক্ষা কৰি আহিছে। অসমীয়া ওজা-পালিৰ অনুষ্ঠান মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ আগৰেই পৰা চলি আহিছিল, কিয়নো তেওঁৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰথম অৱস্থাত ওজা-পালিৰ অনুষ্ঠানৰ ভিতৰেদি তেওঁৰ পদপুথিবোৰৰ সাৰমৰ্ম্ম লোকসমাজত তেওঁ জনাজাত কৰাইছিল। ওজা-পালিবোৰৰ বৰ প্ৰিয় বেউলা লখিন্দাৰ আদিৰ গীতবোৰো বৰ পুৰণি কলীয়া যেন লাগে। সুকবি নাৰায়ণ আৰু দুৰ্গাবৰৰ বেউলাৰ গীত শঙ্কৰদেৱৰ আগেয়েই ৰচিত হোৱা বুলি ভাবিবৰ কাৰণ থকা যেন লাগে। দুৰ্গাবৰ কবিয়ে ৰামায়ণ পুথিকো গীতৰ আকাৰত ভাঙি উলিয়াইছিল। গীতৰ আকাৰত পুথি লেখা তেতিয়াৰ দিনৰ প্ৰচলিত ৰীতি আছিল। পুৰণি কামৰূপৰ ভাটি অঞ্চলত পীতাম্বৰ নামে কবি এজন আছিল। তেওঁ শঙ্কৰদেৱৰ সমসাময়িক হলেও তেওঁৰ প্ৰভাৱৰ বাহিৰত আছিল। তেওঁৰো গীতৰ-আকাৰত কাব্য ৰচনা কৰিছিল। তেওঁৰ "উষাপৰিণয়" গীত

কাব্য ছপা হৈ ওলাইছে, কিন্তু গুৰুচৰিতত উল্লিখিত তেওঁৰ দশমৰ পদ এতিয়াও আবিস্কৃত হোৱা নাই।

ইমানবোৰ গীত, পদ আদিৰ ভিতৰতো শঙ্কৰদেৱ আৰু মাধৱদেৱৰ বৰগীতবোৰে তেতিয়াৰ সাহিত্য আৰু সমাজত এক যুগান্তৰ উপস্থিত কৰিছিল। বৰগীতবোৰৰ ভাব, ভাষা আৰু সুৰ একেবাৰে নতুন ধৰণৰ। আন গীত দবোৰ ৰামায়ণ আৰু পুৰাণ আদিক আশ্ৰয় কৰি ৰচিত হলেও লৌকিক ভাবত বাজে ধৰ্ম্ম আৰু ভক্তিৰ উচ্ছ্বাস সেইবোৰত সমূলি নাই। ঠায়ে ঠায়ে ৰসাল আৰু কবিত্বপূৰ্ণ হলেও সেইবোৰ মুখ্যভাবে লোকৰঞ্জনৰ নিমিত্তে ৰচিত হৈছিল। তাৰ ভিতৰৰ ভালেমান কবিতা প্ৰেমৰসাত্মক, কিন্তু সেই প্ৰেম সাধাৰণ নায়ক-নায়িকাৰ কামভাব পূৰ্ণ-প্ৰেম হে। শঙ্কৰদেৱ আৰু মাধৱদেৱে গীত আৰু কবিতাক নব প্ৰচাৰিত ভক্তিৰসেৰে অভিষিক্ত কৰি অসমীয়া সাহিত্যক আধ্যাত্মিকতাৰ ওপ ভেটিত থাপনা কৰি ঈশ্বৰাভিমুখী কৰি তুলিলে; আৰু লগে লগে মানুহৰ মনকো ওপৰৰ ফালে ঢাল খুৱাবলৈ চেষ্টা কৰিলে। সময়ে সময়ে লব্ধপ্ৰতিষ্ঠ পুৰণি কবি-সকলৰ পদত নবপ্ৰচাৰিত ভক্তিৰসৰ সংযোগ কৰি সেইবোৰক সময়োপযোগী কৰি ৰক্ষা কৰিছে আৰু আন সময়ত বা সাধাৰণ মানুহৰ মন যোগাবলৈ গীত কবিতা ৰচোতা অৰ্ব্বাচীন কবি সকলক তাচ্ছীল্যেৰে উপলুঙা কৰি তলত পেলাইছে। ধৰ্ম্ম আৰু সমাজ গঠনৰ দৰে সাহিত্যক্ষেত্ৰতো এই মহাপুৰুষ দুজনে পূৰ্ব্বৰ গৌৰৱ অক্ষুণ্ণ ৰাখি বৰ্ত্তমানৰ ভেটি শকত কৰি ভৱিষ্যতৰ দুৱাৰ-দলিত থিয় হৈছিল।

মাধৱ কন্দলি শঙ্কৰদেৱৰ দুপুৰুষ আগৰ কবি। তেওঁৰ ৰচিত ৰামায়ণ ছপা হৈ এতিয়াও অসমীয়াৰ ঘৰে ঘৰে জিলিকি আছে। কিন্তু শঙ্কৰদেৱৰ সময়ত তেওঁৰ ৰচিত ৰামায়ণে ভক্তিৰসাপ্লুত জনসমাজক তৃপ্তি দিব নোৱাৰি তল পৰি যাবলৈ ধৰিছিল যেন লাগে। কিয়নো অনন্তকন্দলিয়ে নব প্ৰচাৰিত ভক্তি ধৰ্ম্মক মূল কৰি ৰামায়ণৰ আকৌ এখন নতুন ভাঙনি উলিয়ায়। কিন্তু শঙ্কৰদেৱ আৰু মাধৱদেৱে উত্তৰা আৰু আদি কাণ্ড যোগ দি পুৰণি কবিৰ মূল ৰামায়ণক অক্ষত ৰাখি সময়োপযোগী কৰি ৰাখিলে। এই বিষয়ে গুৰু চৰিতত গল্প এটি আছে :--

"আৰু মাধবকন্দলিৰ কবিতা ৰামায়ণ ঢাকিঢুকি গুচাবৰ মন দিলে অনন্তকন্দলিয়ে। তেনে গুৰুজনত বিপ্ৰে স্বপ্নত শৰণাপন্ন হৈ প্ৰাৰ্থিলে বৰৰ হেতু। পাচে গুৰুজনে বোলে, বৰাৰ পো, তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা গুচাব যে খোজে আমি ধৰো গোৰত তুমি হোৱা আগে। তেহে আগু উত্তৰা কৰিছে। কপোৰৰ গাৰি দৰে আগ গোৰ সমে বল, উপদেশ আচুফুল হ'ল। আগে উপদেশ নাই 'শুভ' 'শুভ' হে আছিল আধ্যাত। মাধব কন্দলিৰ ছপা ৰামায়ণত এতিয়াও শঙ্কৰদেৱ আৰু মাধৱদেৱৰ উত্তৰা আৰু আদি কাণ্ড সন্নিবেশিত হৈ আছে। মাধব কন্দলিয়ে এই দুই কাণ্ড নিজেও ৰচনা কৰিছিলনে নাই তাৰ প্ৰমাণ নাই কিন্তু পুৰণি ভক্ত-সকলে যে এই দুই কাণ্ডৰ সন্নিবেশ ভক্তিৰ আচুফুল বুলি ধৰি লৈছিল সেই বিষয়ত সন্দেহ নাই।

ভাটি অঞ্চলৰ পৰা নাৰায়ণ দাসে (শেহত ঠাকুৰ আতা নামে খ্যাত) যেতিয়া পাটবাউসীলৈ শঙ্কৰদেৱৰ ওচৰত ধৰ্ম্ম ধৰিবলৈ

আছে তেতিয়া শঙ্কৰদেৱে সেই অঞ্চলৰ প্ৰধান প্ৰধান মানুহ সকলৰ পৰিচয় সুধিলে। নাৰায়ণ ঠাকুৰে পীতাম্বৰ নামক কবিৰ পৰিচয় দি ক'লে যে তেওঁ দশমৰ পদ ভাঙিছে। নাৰায়ণ দাসে শঙ্কৰদেৱৰ আদেশ অনুসাৰে ৰুক্মিণীহৰণ পদ কেইফাকি মাতি শুনালে। তাৰ ভিতৰত এফাকি আছিল "কোন অঙ্গে খুন দেখি নাইলা যদুমণি"। ৰুক্মিণী দেবীয়ে শ্ৰীকৃষ্ণ অহাত পলম হোৱা দেখি এইদৰে বিলাপ কৰি কান্দিছে। পদ শুনিয়েই শঙ্কৰদেৱে নাৰায়ণ ঠাকুৰক আৰু পদ গাবলৈ হাক দি ক'লে—

গৰ্ব্ব পৰ্ব্বতত সিতো উঠিয়া আছয়।
ধৰ্ম্ম ধৰিবাৰ সিতো যোগ্য নোহে লোক॥

পদ ফাঁকিত পৰম পুৰুষৰ প্ৰেমত উন্মত্তা ৰুক্মিণী দেবীক যি কদৰ্য্য নায়িকাৰ দৰে চিত্ৰিত কৰা হৈছে সি নিষ্কাম-ভক্তি-ধৰ্ম্ম প্ৰবৰ্ত্তক শঙ্কৰ দেৱৰ মনত নগ্ন কামুকতাৰ নিলাজ বুভুক্ষাৰ দৰে প্ৰতিভাত হ'ল।

বৰগীত আৰু পুৰণি সাহিত্যৰ আন আন গীতবোৰৰ পাৰ্থক্য এয়ে। বৰগীতবোৰ ওখ নৈতিক আৰু আধ্যাত্মিক ভাবৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই সেইবোৰক 'বৰ' গীত বোলা হয়। ইংৰাজ কবি হেৰিকেও (Herrick) কেতবোৰ আধ্যাত্মিক ভাবৰ কবিতা ৰচনা কৰি সেইবোৰৰ নাম দিছিল **Noble Numbers.** আমাৰ সাহিত্যতো বৰগীতবোৰ **Noble Numbers.**

এতিয়া দেখা গ'ল যে পুৰণি সাহিত্যত গীতৰ প্ৰাচুৰ্য্য থাকিলেও বৰগীতবোৰ ভাব আৰু ভাষাত অতিশয় বেলেগ ধৰণৰ।

সাহিত্য আৰু ধৰ্ম্ম জগতত সেইবোৰে নতুন যুগৰ আগমন সূচনা কৰিছিল। এফালে লোকৰঞ্জন আৰু আন ফালে অতৰ্কিতভাবে আধ্যাত্মিকতাৰ ওখ আদৰ্শলৈ জনসমাজৰ মন আকৰ্ষণ-এয়ে অসমীয়া গীত সাহিত্যত বৰগীতৰ ঐতিহাসিক বিশেষত্ব

গুৰুচৰিতত উল্লেখ আছে যে গুৰুজনে আদিতে বাৰ কুৰি (২৪০টি) বৰগীত ৰচনা কৰিছিল। বৰপেটাৰ কমলা গায়ন নামে এজনে আওৰাবলৈ নিযে। চত মহীয়া বন পোৰা বতাহত ঘৰ পোৰাত সেইবোৰ পুৰিলে। "গুৰুজনে খেদ কৈ বোলে, বৰাৰ পো, অনেক শ্ৰমকৈ গীতখানি কৈলো পুইলে গীত কিছু কৰা। আমি নকৰো"। গুৰুবাক্য মনত ধৰি মাধবদেৱে নকুৰি এঘাৰটা (১৯১টি) বৰগীত ৰচনা কৰিলে। প্ৰচলিত ছপা বৰগীত পুথিত এই সংখ্যাৰ অলপ তাৰতম্য দেখা যায়। কিন্তু মাধবদেৱৰ ৰচিত গীতৰ সংখ্যা যে কিয় বেছি ইয়াৰ পৰা বুঝা যায়।

সকলো জাতীয় আৰু মহাজাতীয় আন্দোলনক সাহিত্যই বতাহে বন-পোৰা জুইক সহায় কৰাৰ দৰে সহায় কৰে। সাহিত্যৰ ওপৰত প্ৰতিষ্ঠিত হব নোৱাৰিলে কোনো আন্দোলনেই যুগমীয়াকৈ তিষ্ঠিত নোৱাৰে। আৰু গীতেই এই জাতীয় আন্দোলনৰ সহায়কাৰী সাহিত্যৰ প্ৰধান অঙ্গ। নাট, পদ আদিতকৈও গীতবোৰে শঙ্কৰদেৱৰ বৈষ্ণব আন্দোলনক বিপুলভাৱে সহায় কৰিছিল। পাখি-লগা কাৰৰ দৰে শঙ্কৰ আৰু মাধবদেৱৰ গীতবোৰ উৰি ফুৰি য'তে পৰিছিল ত'তেই নব আধ্যাত্মিক ভাৱৰ গুটি সিচিছিল। চৰিত পুথিবোৰত বৰগীতে কেনেকৈ প্ৰধান

প্ৰধান শিষ্যসকলক শঙ্কৰদেৱৰ ওচৰলৈ আকৰ্ষণ কৰি আনিছিল তাৰ উল্লেখ আছে। নাৰায়ণ ঠাকুৰে ভাস্কৰাচাৰ্য্যৰ মুখে শঙ্কৰদেৱৰ গুণ গৰিমা শুনি তেওঁৰ ওচৰত ধৰ্ম্ম ধৰিবলৈ আহি বাটত খৰি-কটীয়া ভকত কেতবোৰৰ মুখত "মন মেৰি ৰাম চৰণহি লাগু" এই গীতটোৰ ভণিতাত শঙ্কৰদেৱৰ নাম শুনি সেই খৰি-কটীয়াসকলৰ নিৰ্দ্দেশ অনুসাৰে শঙ্কৰদেৱৰ পদপ্ৰান্তত উপস্থিত হল হি। ৰামৰায় আতাৰ কন্যা কমলাপ্ৰিয়া দেবীৰ মুখত "পামৰ মন ৰামচৰণে চিত্ত দেহু" এই গীতটো শুনি তেওঁৰ স্বামী চিলাৰায় দেৱানে শঙ্কৰৰ মহিমা বুজি তেওঁত শৰণ প্ৰাৰ্থনা কৰে।

শিষ্যত্ব গ্ৰহণ কৰাৰ পিছত চিলাৰায় দেৱানে শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰত কিমান সহায় কৰিছিল সেইটো ইতিহাসৰ কথা।

ৰচনাৰ মাধুৰ্য্য আৰু ভাবৰ গাম্ভীৰ্য্যৰ লগে লগে বৰগীতবোৰৰ লোকপ্ৰিয়তাৰ আন এটি কাৰণ হৈছিল মাধবদেৱৰ সুগায়কত্ব। মাধবদেৱ এফালে যেনে মৰ্ম্মস্পৰ্শী কবি আন ফালে তেনে মনো-মুগ্ধকাৰী সুগায়ক আছিল। এখন পুৰণি পুথিত মাধৱদেৱৰ গীত নৈপুণ্যক লক্ষ্য কৰি কোৱা আছে যে তেওঁ আগৰ জন্মত গন্ধৰ্ব্ব আছিল। আৰু পুৰণি কালত এনে এটি সময় আহিছিল যে ভণিতাত মাধৱদেৱৰ নাম নাথাকিলে কোন গীতেই ভক্ত সমাজত গৃহীত নহৈছিল। সেই কাৰণে দেখা যায় ৰাতিখোৱা আদি সম্প্ৰদায়ৰ ভক্তসকলৰ মুখে মুখে বাগৰি ফুৰা দেহবিচাৰৰ গীতবোৰৰ ভণিতাতো মাধবদেৱৰ নাম আছে। আজিকালিও গাৱঁলীয়া মানুহবোৰে গীত ৰচনা কৰি কেতিয়াবা কেতিয়াবা "কহয় মাধৱ দাসে" বুলি ভণিতা পেলায়।

এইবোৰ কাৰণে বৰগীতবোৰৰ ইমান বিস্তৃতি ঘটিছিল যে মৰুভূমিত উটে পানীৰ গোন্ধ লৈ জলাশয় বিচৰাৰ দৰে তৃষিত মানব সকলেও বৰগীতৰ ধ্বনি প্ৰতিধ্বনিক লক্ষ্য কৰি গুৰু দুজনৰ ওচৰত উপস্থিত হৈছিল।

আটাইবোৰ বৰগীতৰ ৰচনাৰ কাল আৰু উপলক্ষ্য নিৰ্দ্ধাৰণ কৰিব নোৱাৰি। চৰিতপুথিবোৰত কেতবোৰৰ হে ৰচনাৰ সময় আৰু উপলক্ষ্যৰ কথাৰ উল্লেখ আছে। কিন্তু গীত বা কবিতা হিচাপে বৰগীতবোৰৰ সৌন্দৰ্য্য এই প্ৰশ্নটিৰ ওপৰত নিৰ্ভৰ নকৰে দেখি সেইটোৰ আলোচনা ইয়াত কৰা নহল।

নাট, পদ আদিবোৰৰ দৰে বৰগীত বোৰতে ভগবান কৃষ্ণৰ বিশাল পুৰুষত্ব ফুটি ওলাইছে। বৰগীতবোৰৰ বেছি ভাগতেই একালে কৃষ্ণৰ পৰম পুৰুষত্ব আৰু আন ফালে দহজনৰ একন হৈ মানবী লীলা প্ৰকাশ—এই দুফলীয়া ব্যক্তিত্বৰ বিকাশ দেখা যায়। ধাতুৰ মুদ্ৰা এটিৰ একালে ৰজাৰ ছাব আৰু আনফালে মুদ্ৰাটিৰ বেচকেৰিৰ উল্লেখ থকাৰ দৰে, গীতবোৰতো একালে পৰম পুৰুষৰ মানবী লীলাৰ ব্যক্তিত্বৰ ছাব আৰু আনফালে ভক্তৰ ভাষাত সেই ছাৰ খিনিৰ মূল্যৰ ইঙ্গিত আছে। শঙ্কৰদেৱৰ ৰচিত যিবোৰ গীত এতিয়াও আছে, সেই আটাইবোৰেই প্ৰাৰ্থনা সূচক। মানব জীবন দুষ্প্ৰাপ্য অথচ ক্ষণভঙ্গুৰ আৰু মায়াময়, হৰি ভকতি মোহাচ্ছন্ন জীৱন সমুদ্ৰত ধ্ৰুব তৰা ; এয়ে নানা ভাৱ আৰু ভাষাত শঙ্কৰদেৱৰ গীতবোৰৰ সাধাৰণ তাৎপৰ্য্য। মাধৱদেৱৰ ৰচিত গীত কেতবোৰতো এই ভাবৰ পুনৰুক্তি আছে। কিন্তু তেওঁৰ বেছি ভাগ গীততেই শিশুকৃষ্ণৰ বাল্যজীৱনৰ ৰঙ-বেৰঙৰ চিত্ৰ ফুটি ওলাইছে। আন

আন প্ৰৱন্ধত দেখুৱা হৈছে যে বাৎসল্যপ্ৰেম মাধৱদেৱৰ ভক্তজীৱনৰ সৰ্ব্বস্ব গীত, পদ, নাট সকলোবোৰতেই তেওঁ শ্ৰীকৃষ্ণৰ শিশুচৰিত্ৰ সজীৱ কৰি তুলিছে।

লৰা কৃষ্ণৰ লীলাক্ষেত্ৰ ব্ৰজ। আৰু লীলাখেলাৰ প্ৰধান প্ৰধান ভাৱৰীয়াসকল হৈছে যশোদাদেৱী, স্বয়ং কৃষ্ণ, দাম সুদাম আদি গৰখীয়া লৰাবোৰ আৰু ৰাধিকা আদি গোৱালনী সকল। এই নিৰীহ প্ৰাণীসকলৰ স্নেহ আৰু ভক্তিৰ গুণত আপোনাআপুনি মেৰপাক খাই পৰম পুৰুষে গৰখীয়া লৰাৰ ভাও ধৰি নানা ৰঙ ধেমালীৰ অৱতাৰণা কৰিছে। তীব্ৰ ভাস্বৎ সূৰ্য্যৰ পোহৰে পাত্ৰভেদে স্নিগ্ধ মধুৰ কিৰণ বিলোৱাৰ দৰে পৰমপুৰুষেও পাত্ৰভেদে এই অজলা প্ৰাণীসকলৰ ভিতৰত সৰল মাধুৰ্য্য প্ৰকাশ কৰি সকলোৰে মন হৰণ কৰিছে

পুৱাতেই যশোদাদেৱীয়ে কৃষ্ণক গৰু চৰাবলৈ জগাই দিয়ে। দাম সুদাম আদি গৰখীয়া সকলৰ লগত শিকিয়াত ভাত বান্ধি লৈ গৰু চাৰি গধূলি উভতি আহি বনৰ পাতে গাটো কাটিলে বুলি মাকৰ আগত অভিমানকৈ একো নোখোৱাকৈ শুই থাকিবৰ দিহা কৰে। আথে বেথে মাকে আহি খীৰ, ননী আদি গাত ঘহি গাটো পূৰাই দিয়ে। কেতিয়াবা ভোক লাগিছে বুলি পেটত হাত বুলাই মাকৰ আগত কান্দে। কেতিয়াবা আকৌ আনৰ লগত গৰিয়াল কৰি মাকৰ ভয়ত লুকাই ফুৰে। ইত্যাদি নানা ধৰণৰ হুবহু শিশুচৰিত্ৰৰ কল্পনা নৈপুণ্যত বৰগীত বোৰে কবিতা হিচাবে জগতৰ কাব্য সাহিত্যত অতি ওখ ঠাই লাভ কৰিব পাৰে।

ভাৰতীয় প্ৰাদেশিক বৈষ্ণৱ সাহিত্যত এনে ধৰণৰ কবিতা অতি বিৰল। আন আন ৰস প্ৰকাশক গীত-কবিতা আন আন সাহিত্যত বহুত আছে। কিন্তু বাৎসল্য ৰস প্ৰকাশক এনে ধৰণৰ গীতকবিতা নাই বুলিলেই হয়। বৈষ্ণৱ ইতিহাসত মহাৰাষ্ট্ৰীয় ভক্ত তুকাৰামৰ গীতকেতবোৰত বাৎসাল্য ৰস ফুটি উলোৱা বুলি শুনা যায়। কিন্তু তেওঁৰ মূল কবিতাবোৰৰ লগত পৰিচয় নথকাত সেই বিষয়ত কোনো মতামত দিব নোৱাৰি।

কিন্তু বাৎসল্যৰসতেই বৰগীতবোৰৰ বৈচিত্ৰভাৱৰ শেষ পৰা নাই। পাৰিপাৰ্শ্বিক অৱস্থা স্নেহাভিষিক্ত হলে সৰু লৰা এটিয়ে নৈকে মুকলিমনেৰে নানান ধেমালি কৰিব পাৰে সেই সকলোবোৰ ধেমালিৰেই ভক্তৰ মনত লীলা কৌতুক হিছাপে গীতবোৰত ফুটি উলাইছে। শ্ৰীকৃষ্ণই কেতিয়াবা বা নটবৰ বেশে নগৰীয়া নগৰীয়াবোৰৰ মাজত নাচিছে কেতিয়াবা বা গোৱালনীসকলে ক্ষীৰ নৱনু খাদি হাতত দি তেওঁক নচুৱাই তৃপ্তি লাভ কৰিছে। ভক্ত কবিয়ে "ত্ৰিজগত পতিৰ ৰাখোৱাল ৰূপৰ" তুলনা নেপাই কেতিযাবা তেওঁক গোৱালনীসকলৰ পুঞ্জীভূত প্ৰেম বুলি কল্পনা কৰিছে:—

কানাইৰ ৰূপৰ উপমাৰ কিবা ক্ষেম।
একপুঞ্জ হুয়া আছে গোপিনীৰ প্ৰেম॥
সকল জগতে বোলে কানাই কালীয়া।
কালা নোহে শ্যামৰূপ ধৰিছে অমিয়া॥

গোপীসকলৰ আলাসৰ লাৰু হলেও বিদ্যাপতি চণ্ডীদাস আদি কবি সকলৰ পদাবলীৰ দৰে তেওঁলোকৰ লগত শ্ৰীকৃষ্ণৰ অবৈধ

প্ৰেমৰ কোন চিত্ৰ নাই। শ্ৰীকৃষ্ণ বৃন্দাবনৰ অধিষ্ঠাতা দেৱতাৰ নিচিনা আছিল আৰু জীৱ-জন্তুৰ কথাকেই নকওঁ তৃণ তৰু আদিয়েও তেওঁৰ প্ৰভাৱ অনুভৱ কৰিছিল। অন্ততঃ তেনে ভাবেই গোকুলবাসী সকলে তেওঁৰ অস্তিত্ব স্বীকাৰ কৰিছিল। কিয়নো শ্ৰীকৃষ্ণ যেতিয়া গোকুল এৰি মথুৰালৈ যায়, তেওঁলোকে এইদৰে খেদ কৰিছিল :—

কি কহবো উদ্ধব কি কহবো প্ৰাণ।
গোবিন্দ বিনে ভয়ো গোকুল উচান॥
শূন্য ভৈল অঙ্গিনা বিৰিন্দা বিপিন।
না শোভে ৰজনী যৈচে চান্দ বিহীন॥
নাহি চাৰব ধেনু কালিন্দী কুল।
আৰ মুশুনবু বেণু কদম্বকু মূল॥
মথুৰা ৰঁহল সব গোপিনীক পিউ।
কেশব বিনে কৈচে ধৰব জীউ॥

এই নানা ৰঙৰ চিত্ৰৰ ভিতৰত ভক্ত কৰিয়ে কি ভাবে নিজৰ জগত এই নানান ৰূপ বিকাশৰ সম্বন্ধ খুজিছিল সেইটো উল্লেখ যোগ্য। এইবোৰ ৰূপ কবিৰ মানস সৰোবৰত ভাহি থাকিলেও তেওঁৰ অন্তৰৰ দৃষ্টি আছিল মানবৰূপী ভগবানৰ চৰণত।

বৈকুণ্ঠৰ পতি প্ৰভু বনে চাৰে ধেনু।
কহয় মাধব গতি কানু পদ ৰেণু।

"পদৰেণু" সেৱা বা দাস্যভাবেই শঙ্কৰ আৰু মাধবদেৱৰ সাধক জীৱনৰ মূলভাব আৰু এই ভাবতেই তেওঁলোকৰ সকলো সাহিত্যই ডুব যাই আছে। সেই বিষয় ইয়াত আলোচনা কৰা নিষ্প্ৰয়োজন।

আমাৰ বৰগীতবোৰৰ নিচিনা ভাৰতীয় আন আন ভাষাতো তেতিয়াৰ দিনত নানাৰসৰঞ্জিত আধ্যাত্মিক গীত আছিল। কবীৰ মীৰাবাই সকলৰ নামে গীত সাহিত্যত অতি ওখ ঠাই অধিকাৰ কৰি আছে। বৈষ্ণৱ আন্দোলনে ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ যি আধ্যাত্মিক ভাৱৰ খলক লগাইছিল, যি ভক্তিৰ উচ্ছ্বাস সজাগ কৰি তুলিছিল আমাৰ বৰগীতবোৰ সেই খলক আৰু উচ্ছ্বাসৰ প্ৰতিধ্বনি মাথোন। ভাৰতৰ এচুকত পৰি থাকিলেও বৰগীত আদি কৰি অসমীয়া বৈষ্ণৱ কবিসকলৰ পদাবলীবোৰে ভাৰতৰ আন আন ঠাইৰ লগত অসমবাসীৰ শিক্ষা দীক্ষা আদিৰ ক্যভাবৰ পৰিচয় দিয়ে॥*

---

# দ্বাদশ আধ্যা।

শঙ্কৰদেৱৰ জন্মৰ তাৰিখ ১৩৭১ শক (১৪৪৯ খৃষ্টাব্দ); কাতি মাহ; অমাবস্যা তিথি; বৃহস্পতি বাৰ, মাজ নিশা। "বাহীত" ছপা হোৱা গুৰু-চৰিত্ৰ পুথিত এই তাৰিখ পোৱা যায় এই গদ্য গুৰু-চৰিত্ৰ পুথিখন শঙ্কৰদেৱৰ আদি স্থান বৰদোৱাৰপৰা

* বৰগীতৰ বিষয়ে এই অধ্যায়টি শ্ৰদ্ধাস্পদ অধ্যাপক বাণীকান্ত কাকতিৰ দ্বাৰাই ৰচিত। আমি অতি আদৰেৰে ইয়াক আমাৰ কিতাপৰ অন্তৰ্ভুক্ত কৰি ললোঁ।

পোৱা হৈছে। এই শকটো মিষ্টৰ গেইটে তেওঁৰ আসাম বুৰঞ্জীত দিয়া শকটোৰে সৈতে মিলে; যদিও তেওঁ তাত সন্দেহ প্ৰকাশ কৰিছে।* দৈত্যাৰি ঠাকুৰে কৰা শঙ্কৰদেৱৰ জীৱন চৰিত্ৰ পুথিত শঙ্কৰদেৱৰ জন্ম শকৰ উল্লেখ নাই; মাথোন মৃত্যুৰ শকৰ হে উল্লেখ আছে, † এই শক মিষ্টৰ গেইটে দিয়া শকেৰে সৈতে মিলে। "বাঁহীত" প্ৰকাশ কৰা গুৰুচৰিত্ৰৰ শক অবিশ্বাস কৰিবৰ বিশেষ কাৰণ আমি দেখা নাই। প্ৰথমত, সি মিষ্টৰ গেইটে দিয়া শকেৰে সৈতে মিলিছে। দ্বিতীয়ত, এই পুথিখন শঙ্কৰদেৱৰ আদি স্থান বৰদোৱা সত্ৰত অতি যত্নেৰে ৰক্ষিত, তাত লিখা আন কোনো কোনো বিষয়ত সন্দেহ কৰিলেও জন্ম-তাৰিখটোত নকৰাই উচিত, কাৰণ, বৰদোৱাই তেওঁৰ জন্ম স্থান। বৰদোৱাৰ এই গ্ৰন্থ গুৰুচৰিত্ৰ পুথিত লেখা আছে যে "এই সময়ত, অসমৰ ৰজা চুচেনফা ৰাজ সিংহাসনত আছিল তেওঁৰ হিন্দুনাম হোৱা নাছিল; আহোম নামেই প্ৰচলিত আছিল" চুচেনফাৰ ৰাজত্বৰ কাল ১৪৩৯—১৪৮৮ খৃষ্টাব্দ শঙ্কৰদেৱৰ যেতিয়া জন্ম হয় (১৪৪৯ খৃষ্টাব্দ) তেতিয়া চুচেনফা আসাম ৰাজ-পাটত দহবছৰীয়া। ১৩৭১ শকটো শঙ্কৰদেৱৰ

---

* "He is said to have been born in 1449 and to have died in 1569. The latter date is probably correct, so the former must be about thirty or forty years too early."

"A History of Assam," by Gait

† "চৌধশ নবৈ শকত নিশ্চয় শঙ্কৰ বৈকুণ্ঠে গৈলা।"—দৈত্যাৰি।

জন্মৰ শক বুলি বিশ্বাস কৰিবলৈ মিষ্টৰ গেইটৰ বোধ কৰোঁ। এইটো আপত্তি যে, তেনেহলে শঙ্কৰদেৱৰ জীৱনৰ কাল বৰ দীঘল হয়, অৰ্থাৎ ১১৯ বছৰ হয়। গেইটৰ মতে বোধ কৰোঁ সেইটো সম্ভৱ নহয়। আমি কওঁ, সেইটো অসম্ভৱো নহয় আগৰ কালৰ মজ লোক সকল প্ৰায় দীৰ্ঘায়ু হোৱাটো দেখা যায়। তাৰ কাৰণ, তেওঁলোকৰ জীৱন যাত্ৰা নিৰ্বাহ সহজভাৱে সাধিত হৈছিল, তেওঁলোকৰ জীৱন-যাত্ৰা আজিকালিৰ মানুহৰ জীৱনৰ নিচিনা **artificial** অৰ্থাৎ কৃত্ৰিম নাছিল। তেওঁলোকৰ মন্ত্ৰ **"Plain living and high thinking"**, অৰ্থাৎ সহজভাৱে জীৱনযাত্ৰা নিৰ্ব্বাহ কৰা, আৰু ওখ চিন্তা কৰা। এই দুটাই যে দীৰ্ঘ-জীৱনৰ মূলমন্ত্ৰ তাক সকলো চিন্তাশীল মানুহে জানে। লেখকৰ প্ৰপিতামহ ১১০ বছৰ, পিতামহ ১০০ বছৰ, আৰু পিতৃদেৱতা ৮২ বছৰ জীয়াই আছিল। পিতৃদেৱতা মৰিবৰ কাললৈকে সুস্থ আৰু সবল হৈ আছিল। আৰু এটা কথা,— শঙ্কৰদেৱে তেওঁৰ জীৱনৰ প্ৰথম ভাগত যোগশাস্ত্ৰ চৰ্চ্চা কৰি যোগ অভ্যাস কৰি সেই বিদ্যাত পৈণত হৈছিল। যোগীসকলৰ দীৰ্ঘ জীৱন আৰু অনেক সময়ত ইচ্ছা-মৃত্যু হোৱাটো সকলোৱে জানে। কোচবেহাৰত যেতিয়া নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱক তেওঁৰ গুৰু হবলৈ বৰকৈ ধৰিলে, কোনো মতে শঙ্কৰদেৱে ৰজাৰ সেই প্ৰাৰ্থনা এৰাব নোৱাৰি, ৰজাক পিছ দিনা শৰণ দিয়া হব বুলি ব্ৰতে উপবাসে থাকিবলৈ কৈ তেওঁ থকা বহালৈ উভতি আহিল। পিছ দিনা তেওঁৰ যোৱাত পলম হোৱাত ৰজাই মানুহ আৰু দোলা পঠিয়াই দিলত, শঙ্কৰদেৱে কলে যে "বাক

যাব লাগে যদি ভালকৈয়ে যাম” এই বুলি তেওঁ ন কাপোৰ পিন্ধি হাত মুখ ধুই এনেকৈ প্ৰস্তুত হৈছিল যে সঙ্গৰ ভকতসকলে ভাবিছিল যে তেওঁ ৰজা-ঘৰলৈহে যাবলৈ ওলাইছে। কিন্তু ইয়াৰ পিছতে তেওঁ যোগাসনত বহি প্ৰাণ পৰিত্যাগ কৰিলে। এই ঘটনাটোত যোগী শঙ্কৰদেৱৰ যোগীসুলভ ইচ্ছামৃত্যুকে স্পষ্টকৈ দেখিবলৈ পোৱা যায়।

“আসাম-বান্ধৱৰ” সম্পাদকে মহাশয়ে বহাগ মাহৰ (১৩১৭-১৮ চন) বান্ধৱত লেখিছে—“আচলতে শঙ্কৰদেৱৰ জন্ম ১৪৬২ খ্ৰীষ্টাব্দ বা ১৩৮৩ শক, আৰু ১৫৬৯ খ্ৰীষ্টাব্দ বা ১৪৯০ শকত তেওঁৰ মৃত্যু হয়। তেনে হলে দৈত্যাৰি ঠাকুৰে মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ জীৱনত উক্ত কৰা,—“চৌধশ নব্বৈ শকত নিশ্চয় শঙ্কৰ বৈকুণ্ঠ গৈলা” বুলি কোৱা আৰু ৰামচৰণ ঠাকুৰে লিখা শ্ৰীশঙ্কৰদেৱৰ লীলাত “তেৰ বৰিষ মন্দ আয়ু ভৈলা ছয় কুৰি’ বুলি উক্ত কৰা কথাৰ মিল থাকিল গতিকে ১৫৬৯ – .৪৬২ = ১০৭ বছৰ শ্ৰীশঙ্কৰদেৱৰ জীৱিত কাল বুলি প্ৰমাণিত হল।”

আমি দেখিছো শঙ্কৰদেৱৰ মৃত্যুৰ তাৰিখত (১৪৯০ শকত) কাৰো মতভেদ নাই, গতিকে তাক ঠিক বুলি ধৰা গল। জন্মৰ শক লৈয়ে গোলমাল। এতিয়া চোৱা যাওঁক, “তেৰ বৰিষ মন্দ আয়ু ভৈলা ছয় কুৰি” কথাৰ মানে কি? বান্ধৱ সম্পাদকে “তেৰ বৰিষ মন্দ” মানে তেৰ বছৰ কম, অৰ্থাৎ ১৩ বছৰ কম ছকুৰি ধৰিছে। অসমীয়াত মন্দ মানে বেয়া বুলিহে আমি জানো, যেনে, দিন মন্দ। সেইদেখি এই পদ ফাকিৰ

অৰ্থ এনে হব নোৱাৰে নে ?—যে শঙ্কৰদেৱ ছকুৰি বছৰ জীয়াই আছিল, কিন্তু তাৰে ভিতৰৰ তেৰ বছৰ তেওঁৰ শৰীৰ সিমান ভাল নাছিল আৰু এটা কথা – ১৩ বছৰ কম ছকুৰি বোলাটো স্বাভাৱিক নহয়; কুৰিৰ দুই-এক বা দুই-পাঁচ কম হলেহে সাধাৰণত মানুহে তেনেকৈ কয় পাঁচ কুৰিৰ ওপৰ সাত বছৰ পায়েই যে ১৩ কম ছকুৰি বছৰ বুলিব এনেটো আমাৰ মতেৰে অস্বাভাৱিক যেন লাগে। আৰু এটা কথা, –যদি মন্দ মানে কমেই প্ৰমাণিত হয়, তেন্তে হাতে-লেখা সাঁচিপতীয়া পুথি নকল কৰোঁতাই ভুল কৰি "এক বৰিষৰ" ঠাইত "তেৰ বৰিষ" কৰাটোও অসম্ভৱ নহয়

আমি ভালকৈ জানো, যে ৰামচৰণ ঠাকুৰ ৰচিত হাতে-লেখা আন কেইবাখনো গুৰু চৰিত্ৰত "ডেৰ (১½) বৰিষ মন্দ আয়ু ভৈল ছয় কুৰি" বুলি লেখা আছে ডেৰ মাতিব নোৱাৰি তাৰ ঠাইত কানো লেখকে তেৰ কৰাটো খুব সম্ভৱ। ছকুৰিৰ ১½ বছৰ কম হলে মাথোন ছমাহৰ গোলমাল থাকে।

ৰামচৰণ ৰচিত এখন পুথিত আছে—"ভাদ্ৰ মাস আসিয়া দ্বিতীয়া তিথি ভৈলা। সেহি সময়ত গুৰু নাট্য সম্বৰিলা॥ ডেৰ (১½) বছৰ মন্দ আয়ু ভৈল ছয় কুৰি। প্ৰভু বৈকুণ্ঠক গৈলা নৰনাট এড়ি॥" আন দুখনত লেখিছে –"ভাদ্ৰ মাস শুকুলা দ্বিতীয়া তিথি ভৈলা। সেহি দিনা শঙ্কৰ বৈকুণ্ঠে চলি গৈলা॥ বৰিষেক মন্দ আয়ু ভৈল ছয় কুৰি। তেবেসে চলিলা গুৰু বৈকুণ্ঠ নগৰী॥" এই পুথিৰে এঠাইত আছে "আশ্বিন প্ৰবেশি পাঞ্চ দিন বহি গৈল। সেহি দিনা শঙ্কৰদেৱৰ জন্ম ভৈল॥" ৰবদোৱাৰ

পুথিত কাতি মাহ বুলি আছে। কাতি হলেও এমাহৰ ভিতৰতে অমিলটো থাকে। শঙ্কৰদেৱৰ মৃত্যু যে ভাদত এইটো নিৰ্ভুল। আহিনৰপৰা ভাদলৈ এবছৰ পূৰা হয়, দেৰ বছৰ নহয়; সেই-দেখি "বৰিষেক মন্দ" অধিক সংখ্যক পুথিৰ পাঠ অধিক শুদ্ধ বুলি ধৰি শঙ্কৰ দেৱৰ জীৱিত কাল ১১৯ বছৰ বুলি স্থিৰ কৰা গল। এই নিমিত্তে "আসাম বান্ধৱে" তেওঁৰ পুথিৰ ভুল পাঠ পঢ়ি শঙ্কৰদেৱৰ বয়স ১০৭ বছৰ কৰিছে দেখা যায়।

প্ৰাচীন ৰুদ্ৰযামাল পুথি এখনত এটি শ্লোক আছে, তাক আমি তলত তুলি দিলোঁ :—

"খ বাণ বিশ্ব বেদকে শকাঙ্ক গণিতেশাকে।
শ্ৰীমৎ শঙ্কৰ নামানৌহৱতীৰ্ণো কলৌযুগে॥
বিন্দু ৰন্ধ্ৰ বেদ চন্দ্ৰ শকে শঙ্কৰ সংজ্ঞকঃ।
নৰভাবং সমুৎসৃজ্য ভাদ্ৰে মাসি ত্যাগাৎপদং॥"

খ = ০; বাণ = ৫; বিশ্ব ৫; বেদ = ৪। বিন্দু = ০; ৰন্ধ্ৰ = ৯; বেদ = ৪; চন্দ্ৰ = ১।

ওপৰৰ শ্লোকৰ দ্বাৰাই জনা গল যে, কলিৰ ৪৫৫০ অব্দত শঙ্কৰদেৱৰ জন্ম হৈছিল; আৰু ১৪৯০ শকত ভাদ মাহত তেওঁৰ মৃত্যু। বৰ্ত্তমান কলিৰ গতাব্দ ৫০১২ ৪৫৫০ অব্দৰপৰা ৫০১২ লৈকে ৪৬২ বছৰ। শঙ্কৰদেৱৰ জন্ম ১৩৭১ শকত ধৰিলে বৰ্ত্তমান ১৮৩৩ শকত ৪৬২ বছৰ হয়। এতেকে ১৩৭১ শকত তেওঁৰ জন্ম বুলি নিৰ্ভুলকৈ প্ৰমাণিত হয়।

কলিৰ ৩১৭৯ অব্দই সম্ভৱতঃ শকাদিত্যৰ প্ৰথম শক। কলিযুগৰ প্ৰথম ৰজা যুধিষ্ঠিৰ। ১৫৬২ শকত কায়েথালি পুথি

এখনৰপৰা ভঙা "মঞ্জৰী" নামে এখন অসমীয়া অঙ্কপুথিত আছে ঃ—

"কলৌ আস্থ ভৱেৎ ৰাজ্য ধৰ্ম্ম পুত্ৰো যুধিষ্ঠিৰঃ।
চতুৰ্দ্দশ শত বৰ্ষং দ্বাদশেন সমাযতং
*　　*　　*　　*　　*
দ্বিষষ্টিচ শতত্ৰয়ং ময়ূৰেণ ভবিষ্যতি
পঞ্চাধিক পঞ্চশতং সোমো ৰাজ্যং কৰিষ্যতি।
অতপৰং শকো ৰাজা সৰ্ব্বগুণান্বিতোভবেৎ॥"

অৰ্থাৎ যুধিষ্ঠিৰৰ বংশই ১৪১২ বছৰ, নন্দবংশই ৫০০ বছৰ, গৌতমৰ বংশই ৪০০ বছৰ, ময়ূৰ অৰ্থাৎ মৌৰ্য্য বংশই ৩৬২ বছৰ, সোমৰ বংশই ৫০৫, মুঠতে ৩১৭৯ বছৰ ৰাজত্ব কৰাৰ পিছত শকাদিত্য ৰজা হয়। ৩১৭৯ কলিৰ অব্দ বছৰকে যদি শকাদিত্যৰ ১ম বছৰ ধৰা যায়, তেন্তে শঙ্কৰৰ জন্মৰ কলি-অব্দ ৪৫৫০ টো ১৩৭১ শক হয়। ১৩৭১ শঙ্কৰদেৱৰ জন্ম শক হোৱাটোৰ এইটোও এটা প্ৰমাণ।

সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই শঙ্কৰদেৱৰ জীৱন চৰিত্ৰত শঙ্কৰৰ বয়সৰ কথা লেখিছে—"এক বাম ছয় বিংশ বৰিষ ভৈলন্ত।" ইয়াৰ অৰ্থ আমি "এক কম ছকুৰি বছৰ হল" বুলি বুজিছোঁ। বাম মানে বাওঁফালে দিয়া অঙ্ক অৰ্থাৎ বাদ দিব লাগে, এনেটো আমি বুজিছোঁ। আৰু এটা কথা—হাতে লেখা "কম" শব্দটো পুথি নকল কৰোঁতাই "বাম"ৰ নিচিনা দেখি "বাম" কৰাটোও অসম্ভৱ নহয়। সেইদেখি শঙ্কৰদেৱৰ বয়স "এক কম" ছকুৰি হলে, আমি দিয়া তাৰিখ ১১৯ বছৰেৰে সৈতে মিলে।

আমি আমাৰ পিতৃদেৱতা দীননাথ বেজবৰুৱাৰ মুখে শুনিছিলোঁ। যে শঙ্কৰদেৱ ছকুৰি বছৰ জীযাই আছিল। পিতৃদেৱতাই পদ কৰা ৰুদ্ৰযামালৰ অন্তৰ্গত আচাৰ্য্য সংহতি গ্ৰন্থত (শ্ৰীযুত দিবাকৰ শৰ্ম্মা দ্বাৰা প্ৰকাশিত মূল সংস্কৃতেৰে সৈতে ১৮১৫ শকত ছপা হৈ প্ৰকাশিত হৈছিল) শঙ্কৰাব্দ ৪৮৪ দিয়া হৈছে। ১৮১৫ শক যদি ৪৪৪ শঙ্কৰাব্দ হয়, তেন্তে শঙ্কৰ যে ১৩৭১ শকত জন্ম হৈছিল, সেইটো স্পষ্টকৈ ওলায়। কলিকতাৰ পি, এম, বাক্‌চীৰ পঞ্জিকাতো শঙ্কৰাব্দ ৪৬২ (১৮৩৩ শক) দিয়া আছে। ১৮৩৩ ৪৬২ = ১৩৭১।

কিন্তু অনিৰুদ্ধ নামে এজনে ৰচনা কৰা শঙ্কৰদেৱৰ চৰিত্ৰত শঙ্কৰৰ জন্ম শক ১৩৮৫ আৰু মৃত্যু ১৪৯০ বুলি লেখি তেওঁ শঙ্কৰদেৱ ১০৫ বছৰ জীয়াই আছিল বুলি কৈছে।—"যেতি ক্ষণে গুৰুদেৱ বৈকুণ্ঠক গৈলা ভাদ্ৰ মাস শুকুলা দ্বিতীয়া তিথি ভৈলা॥ বৎসৰৰো কথা কহোঁ শুনিযোক তাক। বিন্দু ৰন্ধ্ৰ বেদ চন্দ্ৰ বুজা এই শক॥ অৱতাৰ শক কহোঁ শুনা মন কৰি। বাণ বসু নয়ন চন্দ্ৰমা শক চাৰি॥ এই শক হন্তে প্ৰয়াণৰ শক পাইবা। পঞ্চাধিক এক শত বৎসৰক পাইবা॥" অনিৰুদ্ধই দিয়া মৃত্যুৰ শকত অমিল নায়েই; জন্মৰ শকত হে মাথোন অমিল। অনিৰুদ্ধৰ পুথি ১৬৭৪ শকত ৰচিত—("সিন্ধু সৈন্ধৱ চক্ৰেন্দু"), এতেকে ৰামচৰণঠাকুৰৰ অনেক পিছত॥ সেইদেখি অনিৰুদ্ধৰ কথাতকৈ শঙ্কৰদেৱক নিজ চকুৰে দেখা, মাধৱদেৱৰ ভাগিনিয়েক ৰামচৰণৰ কথা বেছি মানিব লগীয়া।

---

# ত্ৰয়োদশ আধ্যা।

শঙ্কৰদেৱৰ জন্মৰ সময়ত আসামত তান্ত্ৰিক শক্তি-পূজা প্ৰচলিত আছিল। হাঁহ ছাগ পাৰ ম'হ, আন কি, মানুহ পৰ্য্যন্ত বলি দি দেবী গোসাঁনীৰ পূজা কৰা হৈছিল। সম্ভৱতঃ সেই কালতে কি তাৰ কিছু আগেয়ে ৰচিত হোৱা কালিকাপুৰাণত মানুহ বলিৰ বিষয়ে বিশেষকৈ লেখা আছে। বলি দিবলৈ উপযুক্ত মানুহৰ লক্ষণাদি কেনে হব লাগে, আৰু কেনেকৈ সেই বলি দিব লাগে ইত্যাদি বিষয়ে তাত বহলকৈ বৰ্ণনা কৰা হৈছে। মছলমানে ভঙা কামাখ্যা মন্দিৰ নৰনাৰায়ণ ৰজাই আকৌ সজাই দি কামাখ্যাৰ প্ৰতিষ্ঠা কৰোঁতে ১৪০ টা মানুহ বলি দিয়া হৈছিল।* আন কি নৰনাৰায়ণ ৰজাৰ ভতিজাক কোচহাজোৰ ৰজা ৰঘুদেৱে, কালাপাহাৰে ভঙা হাজোৰ হয়গ্ৰীৱ মাধৱৰ মণিকূট নকৈ সাজি প্ৰতিষ্ঠা কৰাওঁতেও অনেক মানুহ বলি দিছিল, যদিও মন্দিৰৰ ভিতৰত শিলত কাটি লেখি থোৱা বিবৰণত ৰঘুদেৱ ৰজাক কৃষ্ণভক্ত বুলি উল্লেখ কৰা হৈছে। সেই কালত কামাখ্যাত এক শ্ৰেণীৰ মানুহ আছিল সিহঁতক ভোগী নাম দিয়া হৈছিল। এই মানুহবোৰ নিজৰ ইচ্ছাতে দেবীৰ আগত বলি হবৰ নিমিত্তে সাজু আছিল। যি দিনাথনৰেপৰা সিহঁতে সিহঁতক দেবীয়ে বলি লবলৈ আদেশ দিছে বুলি প্ৰকাশ কৰিছিল, সেই দিনাথনৰেপৰা সিহঁতক লোকে মান্য সৎকাৰ কৰিছিল, আৰু

---

* গেইটৰ বুৰঞ্জী চোৱাঁ।

সিহঁতে যি মন যায় তাকে কৰাত কোনও বাধা দিব নোৱাৰিছিল। আন কি, সিহঁতে নিজৰ ইচ্ছামতে যেই কোনো তিৰুতাকে সম্ভোগ কৰিবৰ অধিকাৰ পাইছিল। বছেৰেকৰ মূৰত দেবীপূজাৰ সময়ত সেই মানুহবোৰ বলি দিয়া হৈছিল। ভৌতিক বিদ্যা, ঐন্দ্ৰজাল বিদ্যা, মঙ্গল চোওৱা, সুৰাপান, গৰ্ভৱতী তিৰুতাৰ গৰ্ভ ছিৰি ভ্ৰূণপৰীক্ষা আদি * জঘন্য কাৰ্য্যও তান্ত্ৰিকসকলৰ ভিতৰত প্ৰচলিত আছিল। উজনিত সদিয়াৰ ফালে চুটিয়াবিলাকৰ ভিতৰত কালীপূজা প্ৰচলিত আছিল, সেই কালীক "কেঁচাইখাঁতী গোসাঁনী" বুলিছিল। এই পূজাৰ পুৰোহিত বা পূজাৰিক দেউৰী বোলা হৈছিল। দেউৰীবোৰ বামুণ নহয়, চুটিয়া। সদিযাৰ তামৰ দ'লত কেঁচাই খাঁতী গোসাঁনীৰ আগত অসংখ্য নৰবলি দিয়া হৈছিল। ষোড়শ শতিকাৰ আগডোখৰত যেতিয়া আহোমবিলাকে চুটিয়া ৰাজ্য সম্পূৰ্ণৰূপে জয় কৰি চুটিয়াবিলাকক নিজৰ তলতীয়া কৰে, তেতিয়া আৰু তাৰ অনেক কালৰ পিছতো চুটিয়া দেউৰীয়ে সদিয়াৰ দ'লৰ কেঁচাই-খাতী গোসাঁনীৰ আগত আৰু আন আন গোসাঁনী মূৰ্ত্তিৰ আগত নৰবলি দিযাৰ প্ৰমাণ পোৱা যায়। বিচাৰত যিবোৰ মানুহৰ প্ৰাণ-দণ্ডৰ আদেশ, হৈছিল, আহোমসকলে সেইবোৰ ডঁৰিত পৰা মানুহক দেবী গোসাঁনীৰ আগত বলি দিবলৈ দিছিল। ডঁৰিত-পৰা মানুহ নাপালে কোনো এক বিশেষ খেলৰপৰা বলিৰ মানুহ বাছি লোৱা হৈছিল। বলি দিবলৈ আগ কৰা মানুহটোক খুৱাই-বুৱাই চিকুণ কৰি থৈ বলি দিয়া হৈছিল, আৰু বলিৰ আগৰ ডোখৰ কালত

* আইনি আকবৰী।

সেই মানুহটোৱে তাৰ যিহকে মন যায় নিৰ্ব্বিবাদে তাকে কৰিবলৈ তাক এৰি দিয়া হৈছিল। আগৰ কালত আসামৰ কছাৰ, ত্ৰিপুৰা, কোচ, আৰু জয়ন্তীয়া জাতিৰ মানুহৰ ভিতৰতো নৰবলি প্ৰথা প্ৰচলিত আছিল।

শঙ্কৰদেৱে ধৰ্ম্মপ্ৰচাৰ কৰা কালত আৰু তাৰ আগডোখৰতো আসামত তান্ত্ৰিক শাক্ত ধৰ্ম্ম যে প্ৰচলিত আছিল, সেইটো ভালকৈ জানিব পাৰি। তান্ত্ৰিক শাক্ত হিন্দু ধৰ্ম্মই অসভ্য জাতিবোৰৰ জঘন্য ধৰ্ম্ম প্ৰথাৰে সৈতে মিহলি হৈ অধোগতি প্ৰাপ্ত হৈ কালক্ৰমত জঘন্য আকাৰ ধৰিছিল। ব্ৰাহ্মণসকল লোভী অনাচাৰী হৈ বেদবিহিত ব্ৰাহ্মণ্য কৰ্ম্মাদিৰপৰা ভ্ৰষ্ট হৈ পৰিছিল। সেইদেখি নৰনাৰায়ণ ৰজাই কামাখ্যাৰ মন্দিৰ নতুনকৈ সজাই গোসাঁনী প্ৰতিষ্ঠা কৰি গোসাঁনী পূজাৰ নিমিত্তে বঙ্গদেশৰপৰা ভাল বামুণ অনাই কামাখ্যাত বহুৱাইছিল। সেইদেখি ইয়াৰ আগৰ কালত কমতেশ্বৰ দুৰ্ল্লভনাৰায়ণে ধৰ্ম্মনাৰায়ণৰ হতুৱাই কনৌজৰপৰা কৃষ্ণ পণ্ডিত প্ৰমুখ্যে সাত ঘৰ বামুণ আৰু চণ্ডীবৰকে প্ৰমুখ্য কৰি সাত ঘৰ ভাল কায়স্থ অনাই তেওঁৰ ৰাজ্যত পাতিছিল। সেই কালত যে কামৰূপত বামুণ নাছিল এনে নহয়, বৰং অলেখ বামুণ আছিল, কিন্তু তেওঁলোকে নিজৰ ক্ৰিয়া কলাপ ভালকৈ নাজানি আচাৰভ্ৰষ্ট হৈ পৰাৰ বাবে তলৰ শ্ৰেণীলৈ নামি হেয় বিবেচিত হৈছিল। সেইদেখি কামৰূপীয়া বামুণ সকল কামৰূপবাসী কনৌজীয়া আৰু পশ্চিমীয়া বামুণসকলৰ নামনাচত পৰিছিল। শঙ্কৰদেৱৰ চৰিত্ৰত শুনা যায় যে সেই কালত অনেক বামুণে হাল বাইছিল, আৰু হাল বাওঁতে বাহী গায়ে এহাতে

এচাৰিৰে গৰু খেদাইছিল আৰু আন হাতে পিঠা লৈ মুখত দি চোবাইছিল। অৱশ্যে মিথিলা, কনৌজ আদি দেশৰপৰা অহা কন্দলি উপাধি আদিৰে বিভূষিত নিষ্ঠাবান পণ্ডিত সদ্ব্ৰাহ্মণসকল তেতিয়া আসামত নাছিল যে এনে নহয়, কিন্তু তেওঁলোকৰ লেখ তাকৰ। এই কামৰূপীয়া ব্ৰাহ্মণসকলো যে পূৰ্ব্বকালত ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম প্ৰদেশবোৰৰপৰা আহি কামৰূপত বসতি কৰা লোক তাত সংশয় নাই; কিন্তু তেওঁলোক এই দেশত দীৰ্ঘকাল থাকি, তেওঁলোকৰ আচাৰ ব্যৱহাৰ দেশীয় আচাৰ ব্যবহাৰেৰে সৈতে কালক্ৰমত সান-মিহলি হৈ পৰাৰ নিমিত্তে, হীন বিবেচিত হৈছিল। বঙ্গদেশতো এনেকুৱাই হৈছিল; আৰু এই বাবেই বঙ্গদেশৰ ৰজা আদিশূৰে কান্যকুব্জৰপৰা তেওঁৰ দেশলৈ পঞ্চব্ৰাহ্মণ কায়স্থ অনাই তেওঁলোকক দেশীয় ব্ৰাহ্মণ কায়স্থসকলতকৈ শ্ৰেষ্ঠ মৰ্য্যাদা দিছিল। অতীজত আৰ্য্যজাতিৰ সোঁত ভাৰতলৈ বওঁতেও এনে কথাই হৈছিল। প্ৰথমতে ভাৰতত সোমাওঁতা আৰ্য্য ফৈদ পিছত সোমাওঁতা আৰ্য্য ফৈদতকৈ নীহ বিবেচিত হৈছিল, তাৰ পিছত সোমোৱা তৃতীয়ই প্ৰথম আৰু দ্বিতীয়তকৈ শ্ৰেষ্ঠ আসন পাইছিল। এইদৰে এক আৰ্য্যজাতিৰ ভিতৰতে ওখ তল প্ৰভৃতি শ্ৰেণী বিভাগৰ সৃষ্টি হৈছিল। ভাৰতত সোমোৱা মুছলমানসকলৰ ভিতৰতো এই দৰেই শ্ৰেণী বিভাগৰ সৃষ্টি হৈছিল। প্ৰথমতে ভাৰতলৈ অহা আৰব তুৰ্কী আৰু পাৰস্যৰ মুছলমানসকল তেওঁলোকৰ পিছত অহা মুছলমানসকলতকৈ অলপ নীহ বুলি পৰিগণিত হৈছিল; আৰু তাৰ পিছত অহা সকলতকৈ আগৰ সকল নীহ বিবেচিত হৈছিল।

শঙ্কৰদেৱে তেওঁৰ পাণ্ডিত্য আৰু বুদ্ধিৰে অপণ্ডিত অথচ হিংসক আৰু দম্ভী ব্ৰাহ্মণসকলৰ দম্ভ অনেক বাৰ নাভাঙি নেৰিছিল। সেইদেখি ব্ৰাহ্মণসকল তেওঁৰ মহা শত্ৰু হৈ উঠিছিল। ব্ৰাহ্মণসকলৰ মতে ব্ৰাহ্মণসকলৰ হে শাস্ত্ৰ পাঠ আৰু চৰ্চাত অধিকাৰ, শূদিৰৰ সেই অধিকাৰ নাই। শঙ্কৰ শূদিৰ, সেইদেখি শঙ্কৰৰ ভাগৱত গীতা আদি শাস্ত্ৰ পাঠ আৰু আলোচনা তেওঁলোকৰ মতে অনধিকাৰ চৰ্চা। অথচ তেওঁলোকৰ নিজৰ অধিকাৰ ভিতৰুৱা শাস্ত্ৰ বিষয়ক তৰ্কতে তেওঁলোকক শঙ্কৰে হৰুৱাই মাতিব নোৱৰা কৰিছিল; এনেস্থলত শঙ্কৰ তেওঁলোকৰ চকুৰ কুটা আৰু দাঁতৰ শাল নহৈ কি হব? তাৰ উপৰি সৰ্ব্বসাধাৰণ লোকৰ মাজত তেওঁলোকে বিধি বিধান ধৰ্ম্ম কৰ্ম্মৰ ব্যৱস্থা দি পেটৰ ভাত মোকোলাই খাইছিল; এতিয়া শঙ্কৰে তিৰুতা শূদিৰেও সহজে বুজিব আৰু জানিব পৰাকৈ শাস্ত্ৰৰ গুৱলা ভাঙনি কৰি দি, আৰু সেইবোৰ নাম, গুণ, গীত, পদ ভটিমা আদিৰে গাই সকলোৰে হাতৰ মুঠিৰ ভিতৰুৱা কৰি দিলে, এনে স্থলত শঙ্কৰ তেওঁলোকৰ পৰম শত্ৰু নোহোৱাটো হে আশ্চাৰ্য্য। লৰা শঙ্কৰে পঢ়াশালিত পঢ়োঁতে, অধ্যাপক মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰৰ তীক্ষ্ণ বুদ্ধি আৰু প্ৰভাৱ দেখি শ্ৰদ্ধা কৰি শঙ্কৰক আনবিলাক ছাত্ৰৰ দৰে পঢ়াশালি মচিবলৈ নিদিছিল, আৰু শঙ্কৰ বুলি নামাতি শঙ্কৰদেৱ বুলি মাতিবলৈ ছাত্ৰবোৰক আজ্ঞা দিছিল। বামুণ ছাত্ৰবোৰে সেই কথা সহিব কেনেকৈ? সিহঁতে মহেন্দ্ৰকন্দলি অধ্যাপকৰ নামে পঢ়াশালিৰ পৰিদৰ্শক ৰাঘৱাচাৰ্য্য পণ্ডিতক গোচৰ দিলে, যে "শূদ্ৰৰ লৰা শঙ্কৰক শঙ্কৰদেৱ বুলি মাতিবলৈ অধ্যাপকদেৱে আমাক হুকুম

দিছে!” সেই কালত শূদ্ৰিৰ প্ৰতি বামুণৰ বিদ্বেষ পচাশলীয়া কণ কণ লৰাৰ ভিতৰতো কেনে প্ৰবল আছিল, এই কথাৰপৰা ভালকৈ বুজিব পাৰি।

শঙ্কৰদেৱে মদন গোপাল মূৰ্ত্তি কেৰোলা বাঢৈৰ হতুৱাই কৰাই ব্ৰাহ্মণসকলক সেই মূৰ্ত্তি প্ৰতিষ্ঠা কৰিবলৈ নিমন্ত্ৰণ কৰাত ব্ৰাহ্মণসকলে মুঠ বান্ধি এই বুলি কৈ নাযাওঁ বুলিলে “আমি শুনিছোঁ শূদ্ৰিৰে ভৰি লগাই সেই মূৰ্ত্তি কাটিছে এতেকে সেই মূৰ্ত্তি আমি ব্ৰাহ্মণ হৈ কেনেকৈ প্ৰদক্ষিণ কৰিম।” এই কথা শুনিবলৈ পাই শঙ্কৰদেৱে প্ৰচাৰ কৰি দিলে যে যি যি ব্ৰাহ্মণে নিমন্ত্ৰণ ৰক্ষা কৰি আহিব, গাইপতি তেওঁলোকক একোজনী গাই, একোখন কাপোৰ, এতোলা সোণ, আৰু ৫ পাচ টকাকৈ ৰূপ দক্ষিণা দিয়া যাব। এই বাতৰি শুনি উৎসৱৰ দিনা ব্ৰাহ্মণসকলেৰে শঙ্কৰৰ ঘৰ ভৰি পৰিল। -

“শ্ৰীশঙ্কৰদেৱে * ভাগৱতৰ সাৰ কাঢ়ি আনি হৰি ভক্তি প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলত লোকসকল প্ৰায় চলিবলৈ ধৰিলে, ভকতিৰ ৰস পাই পূজা-অৰ্চ্চনা আদি ব্ৰাহ্মণৰ কাৰ্য্য ক্ৰমে ঢিলা পৰি আহিল। গতিকে, ব্ৰাহ্মণসকলৰ উপজীবিকাৰ পথ ক্ৰমে হ্ৰাস হোৱাত ব্ৰাহ্মণসকলে মনত বিৰক্ত পাই ৰজাত জনাই শঙ্কৰৰ মত লোপ কৰিবলৈ কাৰবাৰ লগালে। এদিন আচাৰ্য্য, কন্দলি, মিশ্ৰ, উপাধ্যায়, ভাৰতী উপাধিধাৰী ব্ৰাহ্মণসকল মিল হৈ আহোম ৰজা চুহুমুং স্বৰ্গদেউৰ চাওঁলৈ গৈ এই বুলি গোচৰ দিলে যে শঙ্কৰ নামে শূদ্ৰ এজনে শ্ৰাদ্ধবিধি বৈদিক কাৰ্য্য ৰহিত কৰি

* বৰদোৱাত পোৱা গুৰুচৰিত্ৰ পুথি।

ৰাজ্য নষ্টৰ উপায় কৰিছে। ৰজাই দূত পঠাই ধৰাই নি ব্ৰাহ্মণ সকল আৰু শঙ্কৰদেৱক চাওত তুলিলে। ৰজাৰ দূতে ৰাজ আজ্ঞা মতে শঙ্কৰত সুধিলে 'তুমি বোলে ৰাজ্য নষ্ট কৰিলা'? গুৰুৱে উত্তৰ দিলে 'কেনেকৈ কি বেয়া কাম কৰি ৰাজ্য নষ্ট কৰিলোঁ, মই একো নাজানো।' পিছত ৰজাই ব্ৰাহ্মণসকলত সুধিলত তেওঁলোকে জনালে যে শঙ্কৰে শ্ৰাদ্ধ নকৰে, আৰু ভকত সকলকো কৰিব নিদিয়ে। শ্ৰাদ্ধৰ কথা শুনি ৰজাই ধাৰিত সুধিলে, 'শ্ৰাদ্ধ কাক বোলে?' তেতিয়া ধাৰিয়ে কলে "মনুষ্য মৰিলে দহা আৰু শ্ৰাদ্ধ কৰে। মৰাৰ দশ দিনত দহা। ত্ৰিশ-দিনান্তে শ্ৰাদ্ধ। চাউল, কল বসন, ভূষণ ইত্যাদি দ্ৰব্য দি মৃতকক বৰায়; পিছত ব্ৰাহ্মণসকলে সেইবোৰ নি খায়।' ৰজাই ব্ৰাহ্মণ-সকলৰ এনে ব্যৱহাৰ শুনি খং কৰি কলে 'মৃতকৰ বস্তু খায়। ইহঁতক চাওৰপৰা খেদাই দিয়াঁ।' ৰজাৰ আজ্ঞা মাত্ৰেই ব্ৰাহ্মণ-সকল ভয় পাই চাওৰপৰা নামি আহিল। শঙ্কৰক ৰজাই প্ৰশংসা কৰি চাউল চৰু দুগ্ধ দিলে।"

"সেই দিনাৰপৰা ব্ৰাহ্মণসকলৰ মনত শঙ্কৰৰ প্ৰতি আৰু অধিক কক্ষা স্থায়ী হল। শূদ্ৰ হৈ ব্ৰাহ্মণক লাঞ্ছনা দিয়ে; প্ৰথম অৱস্থাতে যদি এনে হল ভৱিষ্যতলৈ ব্ৰাহ্মণে থানকে নোপোৱা হব। তেওঁলোকে এইপ্ৰকাৰে ভাবি নানা কুমন্ত্ৰণা কৰি গাও ফুৰিবলৈ যোৱা ভকতসকলক সময়ত বহু লাঞ্ছনা দিবলৈ ধৰিলে। কাৰো হাতৰ মালা কাঢ়ি নি কুকুৰৰ নেজত আৰে, কাকো দলি ফৰমুটি মাৰি শৰীৰত কষ্ট দিযে। কোনো কোনোজনক অকৰ্ম্মী চণ্ডাল বুলি গালি দিয়ে। ভকতসকলে ব্ৰাহ্মণৰ অত্যাচাৰ সহ

কৰিব নোৱাৰি গুৰুজনত সাৰশেষ বিৱৰণ জনালে। ব্ৰাহ্মণৰ উপদ্ৰৱত ভকত বাহিৰলৈ ওলাব নোৱাৰা হল। গুৰুজনে এই কথা বুঢ়াখাঁক কলে। তেওঁ শুনি কলে,—“অলপতে আমাৰ পিতৃশ্ৰাদ্ধ হব, তালৈ ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰা যাব; আপোনাসকল আহি মীমাংসা কৰি লব পাৰিব।” সময়মতে শ্ৰাদ্ধ পৰিলহি। বুঢ়া খাঁই সকলো ব্ৰাহ্মণক নিমন্ত্ৰণ দিলে; শঙ্কৰকো ভকতসকলৰ সহিত শ্ৰাদ্ধোপলক্ষে মতালে। সকলো ব্ৰাহ্মণ সমাজ পাতি বহিছে; শঙ্কৰদেৱে সমূহীয়া ভকত সকলক লৈ আড়ম্বৰ কৰি কমলি পাৰি বহিছে। শঙ্কৰদেৱে সেইদিনা ঘৰৰপৰা যোৱাৰ সময়ত কৈছিল, ‘আজি হয় মালা এৰি আহিম, নহয় ভালকৈ লৈ আহিম।” সমাজ যেতিয়া সম্পূৰ্ণ হল তেতিয়া শঙ্কৰদেৱে ব্ৰহ্মানন্দ আচাৰ্য্যক জিজ্ঞাসা কৰিলে,—“আতৈ, পাতকীৰ কৰ্ম্মত অধিকাৰ আছে নে? অথবা পাতকীয়ে প্ৰায়শ্চিত্ত বা তিলকাঞ্চন দান কৰিলে উদ্ধাৰ হব পাৰে নে? আচাৰ্য্যই কলে, “পাতকীৰ কৰ্ম্মত অধিকাৰ নাই; প্ৰায়শ্চিত্তই শুদ্ধ কৰিব নোৱাৰে, কেৱল হৰিনামে হে পাতকীক নিস্তাৰ কৰিব পাৰে।” শঙ্কৰে বাৰে বাৰে দঢ়াই জিজ্ঞাসা কৰাত ব্ৰহ্মানন্দই হৰিনামৰ হে মহিমা ব্যাখ্যা কৰিলে। তাৰ পিছত শঙ্কৰে পুনৰায় প্ৰশ্ন কৰিলে “যদি হৰিনামৰ ইমান মাহাত্ম্য হল, সকলো শাস্ত্ৰই আৰু বেদেও নামকে হে প্ৰশস্ত বুলি ব্যাখ্যা কৰে, তেনেহলে যি লোকে নামক নিন্দা কৰে, তাক কি বোলা যায়?” ব্ৰহ্মানন্দই শাস্ত্ৰৰ সম্মত অনুসাৰে কলে—‘নাম নিন্দক জনক চণ্ডাল অপেক্ষাও হীন বোলা যায়। তাক দেখিলেও পাপ, স্পৰ্শ কৰিলেও পাপ, তাৰ নাম পৰ্য্যন্ত লব নাপায়।’ এই দৰে তেওঁ নামৰ অপৰাধীৰ

ব্যাখ্যা কৰিলে। শঙ্কৰদেৱে পুনঃ প্ৰশ্ন কৰিলে 'পাতকীৰ বস্তু খাব পায় নে নাপায় ?' আচাৰ্য্যই উত্তৰ দিলে 'পাপীৰ বস্তু গ্ৰহণ কৰিলে পাপী হব লাগে।" সমাজৰ সকলো ব্ৰাহ্মণে এই বাক্যটি স্বীকাৰ কৰিলে॥ তেতিয়া শঙ্কৰদেৱে বুঢাখাঁক জিজ্ঞাসা কৰিলে, 'তুমি পাপী নে পুণ্যশীল ? তেওঁ উত্তৰ কৰিলে, "আমি সদায় মিছাকথোয়া লোক, কেনেকৈ পুণ্যবান হয় ? পাতকীকে বুলিব লাগে।" তদন্তৰ শঙ্কৰদেৱে ব্ৰাহ্মণসকলক সুধিলে 'আপোনাসকলে পাপীৰ বস্তু গ্ৰহণ কৰে নে নকৰে ?' উত্তৰ,—পূৰ্ব্বৰ চলিত কথা, বিশেষতঃ দেশীয় প্ৰথা থকাৰ নিমিত্তে খাবলগীয়া হৈছে ; সময়ত খোৱাও হৈছে।' 'প্ৰশ্ন,—এতিয়া আপোনাসকলে বুঢাখাঁৰ বস্তু খায় নে ?' উত্তৰত এই কথা সকলোৱে একমুখে স্বীকাৰ কৰিলে। শঙ্কৰে সুধিলে "আচাৰ্য্যদেৱ, আৰু এটি কথা সোধা যাওক ;—একজন লোক অশুচী বা ছুৱা গাৱে আছে, তেওঁ নাম ললে কিবা দোষ বা পাপ হব পাৰে নে ?' ব্ৰহ্মানন্দই মনুৰ ব্যৱস্থা দেখুৱাই হৰিনামত ছুৱা নাই বুলি প্ৰকাশ কৰিলে। এই কথা শুনি ব্যাসকলাই * শৰ্ম্মাই হাত তুলি উচ্চস্বৰে কলে 'ব্ৰহ্মানন্দ আচাৰ্য্য কহিলে হেন সাৰ। ৰাম নাম পৰে ধৰ্ম্ম শ্ৰেষ্ঠ নাহি আৰ।' এটাই বাপুসকলে হৰিনামৰ শ্ৰেষ্ঠতা দেখি মাথা চপৰাই নিৰুত্তৰ হল। যুক্তিযুক্ত কথাৰে দ্বিজ মণ্ডলীক জব্দ কৰি শঙ্কৰদেৱে কলে, তোমালোক পাপীৰ দ্ৰব্য গ্ৰহণকাৰী, নাম নিন্দকী, বেদ অৱহেলা-কাৰী, অনাচাৰী, ছুবৰ অযোগ্য, তোমালোকে আমাৰ মালাধাৰী ভকতক নিন্দা কৰা, মালা কাটি নি নানা লাঞ্ছনা কৰা। যদি

* শঙ্কৰদেৱৰ শিষ্য বৈষ্ণৱ ভকত ব্ৰাহ্মণ।

গীতা, সহস্ৰনাম, শ্ৰীমদ্ভাগৱত শাস্ত্ৰত মালাৰ ব্যৱস্থা নাই, তেন্তে আমি নিজে মালা পৰিত্যাগ কৰিম। যদি শাস্ত্ৰত আছে, সেই শাস্ত্ৰৰ সাৰ মৰ্ম্ম গ্ৰহণ কৰিব নোৱাৰি মিছাতে লোকক নিন্দাকেহে কৰিবলৈ শিকিছা, তেনেহলে কি হব?' এই বুলি শঙ্কৰদেৱে সমুদায় মালা শৰাইত সজাই ব্ৰাহ্মণৰ মাজত স্থাপন কৰিলে! তেওঁলোকে একো উত্তৰ কৰিব নোৱাৰি নামাতি থাকিল ”

ব্ৰাহ্মণসকল শঙ্কৰদেৱৰ ওচৰত যিমান অপদস্থ হৈছিল, সিমান তেওঁলোকে তেওঁৰ বিপক্ষতাচৰণ কৰিছিল। ব্ৰাহ্মণৰ অসূয়া আৰু “ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট” আহোম ৰজাৰ অন্যায় অত্যাচাৰত ত্যক্ত বিৰক্ত হৈ শঙ্কৰদেৱে তেওঁৰ ভকতসকলেৰে সৈতে আহোমৰ ৰাজ্য উজনি আসাম পৰিত্যাগ কৰি কোচ ৰজা নৰনাৰায়ণৰ ৰাজ্য নামনি আসামলৈ ভটীয়াই গুচি গল কোচ ৰজাৰ ৰাজ্যতো যে তেওঁ বামুণৰ বিদ্বেষৰ হাত সাৰিছিল এনে নহয়, কিন্তু তাতো, তেওঁ বাদত সকলো প্ৰকাৰে ব্ৰাহ্মণসকলক পৰাস্ত কৰি শেহত নৰনাৰায়ণ আৰু চিলাৰায়ৰ শ্ৰদ্ধা ভক্তি আকৰ্ষণ কৰি তুলনাত উজনিতকৈ শান্তিৰে আছিল। তথাপি ব্ৰাহ্মণসকলৰ লগণীয়া কথা শুনি প্ৰথমতে এবাৰ নৰনাৰায়ণে শঙ্কৰদেৱক ধৰাই নি দণ্ড কৰিবলৈ মানুহ পঠিয়াইছিল, শঙ্কৰৰ ভক্ত চিলাৰায় দেৱানৰ নিমিত্তেহে ৰজাই সেই কাৰ্য্য কৰিব নোৱাৰিলে; আৰু তাৰ পিছত ৰজাৰ থং মাৰ গলত শঙ্কৰদেৱে ৰজাক সাক্ষাৎ কৰিলত ৰজাই শঙ্কৰৰ পাণ্ডিত্যৰ প্ৰভাৱ দেখি বৰং শঙ্কৰৰ প্ৰতি ভক্তিমান হৈ পৰিছিল।

শঙ্কৰদেৱ বিষ্ণুৰ উপাসক আৰু বিষ্ণুৰ অৱতাৰ শ্ৰীকৃষ্ণৰ উপাসক আছিল। তেওঁ শক্তি পূজা আৰু শাক্ত সম্প্ৰদায়ৰ বিৰোধী

আছিল। পুৰীৰ দাৰুব্ৰহ্ম জগন্নাথ বিষ্ণুৰ মূৰ্ত্তি আৰু জগন্নাথ পূজা বিষ্ণুৰ পূজা এই বিশ্বাসত দৃঢ় হৈ তেওঁ জগন্নাথৰ প্ৰতি ভক্তিমান আছিল। অন্য দেবী-দেৱ পৰিত্যাগ কৰি বিষ্ণুৰ হে যে উপাসনা কৰিব লাগে, কাৰণ বিষ্ণু হে মুক্তিৰ দাতা, এই বিশ্বাস তেওঁ প্ৰথমবাৰ তীৰ্থ কৰিবলৈ যোৱাৰ আগেই, ব্ৰহ্মপুৰাণ, পদ্মপুৰাণ, গীতা, ৰামায়ণ, মহাভাৰত আদি পঢ়ি, তেওঁৰ মনত অঙ্কুৰিত হয়, আৰু বৃন্দাবনলৈ গৈ বৈষ্ণৱসকলৰ সঙ্গত সি ডাঙৰ হৈ উঠে। পিছে তেওঁ ঘৰলৈ উভতি অহাৰ কিছু দিনৰ পিছত যেতিয়া তেওঁ শ্ৰীমদ্ভাগৱত গ্ৰন্থ পালে সেই ভাগৱত শাস্ত্ৰ পঢ়ি তেওঁ ভাগৱতী বৈষ্ণৱ ধৰ্ম্মত বিশেষকৈ আস্থাবান হৈ সেই ধৰ্ম্ম প্ৰচাৰ কৰিলে। বিষ্ণুৰ আন অৱতাৰতকৈ কৃষ্ণাৱতাৰে তেওঁৰ মন বিশেষকৈ মথি পেলাইছিল। হনুমন্তই যেনেকৈ কৃষ্ণক দেখি পিঠি দিছিল, কিন্তু যেতিয়া কৃষ্ণই হনুমন্তক ৰাম মূৰ্ত্তি দেখুৱালে, তেতিয়াহে হনুমন্তই কৃষ্ণক নিজৰ প্ৰভু বুলি প্ৰণিপাত কৰি ভক্তিত গদগদ হল। শঙ্কৰদেৱেও সেইদৰে (যদিও ৰামাৱতাৰলৈ পিঠি দিয়া নাছিল তথাপি ঘাইকৈ কৃষ্ণাৱতাৰক নিজৰ ইষ্ট গুৰু কৰি কৃষ্ণপ্ৰেমত নিমগ্ন হৈ কৃষ্ণভক্তি প্ৰচাৰ কৰিছিল। সেইদেখি শঙ্কৰ প্ৰচাৰিত ধৰ্ম্মক ভাগৱতী ধৰ্ম্ম, আৰু সেই ধৰ্ম্মত কান্তাক "হনুমন্তী কান্তা" বোলে। দৈত্যাৰি ঠাকুৰৰ পুথিত আছে, শঙ্কৰদেৱে তেওঁৰ সঙ্গীসকলেৰে সৈতে দ্বিতীয় বাৰ তীৰ্থ কৰিবলৈ যাওঁতে বাটত এদিন ৰামৰায়ে শঙ্কৰদেৱক ৰামৰ চৰিত্ৰ কবলৈ অনুৰোধ কৰাত, শঙ্কৰদেৱে ৰামৰ চৰিত্ৰ কৈ গৈ থাকোঁতে লাহে লাহে অজ্ঞাতসাৰে কৃষ্ণ-চৰিত্ৰত পৰিছিল গৈ।

# চতুৰ্দ্দশ আধ্যা।

শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থ কৰি ঘৰলৈ উভতি আহি নামঘৰ মণিকুট সজাই সত্ৰ পাতি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি কিছু দিন থকাৰ পিছত ভাগৱত শাস্ত্ৰ পাই তাৰ সাৰ উদ্ধাৰ কৰি কীৰ্ত্তন পুথি ৰচনা কৰিলে। ইযাৰ আগেয়েও তেওঁ নাম প্ৰসঙ্গ কীৰ্ত্তন কৰিবৰ নিমিত্তে ভটিমা, গীত আদি ৰচনা কৰিছিল। আৰু পদ্ম-পুৰাণ স্বৰ্গখণ্ডৰ সহস্ৰনাম আদিৰ পদ কৰিছিল, সেইবোৰো পিছত তেওঁ কীৰ্ত্তন পুথিৰ অন্তৰ্গত কৰিলে। কীৰ্ত্তনৰ অনেক বছৰৰ পিছত হে তেওঁ শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধৰ আগছোৱা ভাঙিছিল। তেওঁ পাটবাউসীত থাকোঁতে হে দশম ৰচনা কৰে আৰু সি তেওঁ দ্বিতীয়বাৰ তীৰ্থলৈ যোৱাৰ আগতে। সেইদেখি ১৫৩১ খৃষ্টাব্দৰ পৰা ১৫৩৩ খৃষ্টাব্দৰ ভিতৰত দশম ৰচিত হৈছিল বুলি ধৰিব পাৰি।

ভাগৱত পোৱাৰ আগেয়েও যে তেওঁ কিছুমান গীত পদ ভটিমা ৰচনা কৰিছিল সেইটো এই কথাৰপৰা জানিব পাৰি যে, জগদীশ মিশ্ৰই তেওঁক ভাগৱত পাঠ কৰি শুনোৱাৰ আগেযে তেওঁ ব্ৰাহ্মণক, নিজে ৰচনা কৰা কিছুমান গীত তাল ধৰি গাই শুনাইছিল বুলি বৰদোৱাৰ গুৰু চৰিত্ৰ পুথিত আছে।

বৰদোৱাৰ গদ্য গুৰুচৰিত্ৰ পুথিত আছে যে শঙ্কৰদেৱে ২৩ বছৰ বযসত প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল। ২৩ বছৰত তেওঁ তীৰ্থলৈ যোৱাটো বৰ আগ বুলি আমি ভাবিছোঁ; আৰু ভাবিবৰ কাৰণো আছে। শঙ্কৰদেৱে তেওঁৰ ১২ বছৰ বয়সত

লেখা পঢ়া আৰম্ভ কৰে। অলপ দিনৰ ভিতৰতে তেওঁ লেখা পঢ়া শেষ কৰে বুলি যদিও চৰিত্ৰ পুথিত আছে, "আচাৰ্য্য সংহতি" পুথিত কিন্তু সেই ডোখৰ কাল দহ বছৰ বুলি লেখিছে— "মহেন্দ্রো দ্রক্ষতি স্বপ্নে মহাপুৰুষ লক্ষণং। ৰামৰামেন সাকংহি শঙ্কৰং পাঠয়িষ্যতি। মত্বা নাৰায়ণস্যাংশং শ্ৰদ্ধয়া দশ বৎসৰং। কলাপ কাব্য জ্যোতিষং ইতিহাসং শ্ৰুতি স্মৃতিন্ পুৰাণাদিনি শাস্ত্ৰানি গুৰুৰধ্যাপয়িষ্যতি॥ পঠিত্বা শাস্ত্ৰ সংঘাশ্চ ৰামৰামেন শঙ্কৰঃ। গুৰবে দক্ষিণাং দত্বা যাস্যতি নিজ মন্দিৰং॥" দহ বছৰ শঙ্কৰৰ পঢ়াৰ কাল বুলি কোৱা "আচাৰ্য্য সংহতিৰ" কথা আমি ঠিক বুলি ধৰিছোঁ, কাৰণ ই স্বাভাবিক সেইদেখি শঙ্কৰদেৱে যেতিয়া ঢা সাঙ্গ কৰে তেতিয়া তেওঁৰ বয়স ১২+১০=২২ বছৰ বুলি ধৰিব পাৰি। ধৰা যাওক সেই বছৰতে তেওঁ বিয়া কৰাইছিল আৰু তাৰ এবছৰৰ পিছতে তেওঁৰ কন্যা মনুৰ জন্ম হৈছিল। মনুক বিয়া দি শঙ্কৰ তীৰ্থলৈ গৈছিল। ধৰোঁ, মনুক আঠ বছৰ বয়সত গৌৰী বিয়া দিছিল। সেইদেখি মনুক বিয়া দিয়াৰ পিছতে যদি শঙ্কৰদেৱ তীৰ্থ কৰিবলৈ গৈছিল, তেন্তে তেতিয়া তেওঁৰ বয়স ১২+১০+১+৮=৩১ কি ৩২ বছৰ। ইবাৰ শঙ্কৰদেৱ ১২ বছৰৰ মূৰত তীৰ্থৰপৰা উভতি আহে তেনেহলে তেতিয়া তেওঁৰ বয়স ৩২+১২=৪৪ বছৰ।

ইয়াৰ পিছতে তেওঁ ভাগৱত শাস্ত্ৰ পায়। সেইদেখি আমি এইটো ধৰি লব পাৰোঁ যে শঙ্কৰদেৱে তেওঁৰ বয়সৰ ৪৪ বছৰৰ পৰা ৫০ বছৰৰ ভিতৰতে কীৰ্ত্তন ৰচনা কৰিছিল। সেইদেখি ১৪৯৩ খৃষ্টাব্দ আৰু ১৪৯৮ খ্ৰীষ্টাব্দ এই পাঁচ বছৰৰ ভিতৰতে কীৰ্ত্তন

ৰচিত হৈছিল বুলি ধৰিব পাৰি। এতিয়া যদি আমি শেহৰটো বছৰ ১৪৯৮ খৃষ্টাব্দকে কীৰ্ত্তনৰ জন্ম বছৰ বুলি ধৰোঁ, তেন্তে আমি দেখোঁ যে তেতিয়া চৈতন্য তেৰ চৈধ্য বছৰীয়া লৰা, কাৰণ চৈতন্যৰ জন্ম শক ১৪০৭ (১৪৮৫ খৃষ্টাব্দ)। যদি আমি অনিৰুদ্ধ ৰচিত পুথিৰ শককে ঠিক বলি ধৰোঁ অৰ্থাৎ ১৩৮৫ (খৃঃ, ১৪৬৩) তেন্তে শঙ্কৰদেৱে তীৰ্থৰপৰা উভতি অহা কাল ১৪০৬ খৃষ্টাব্দ পাওঁ। তেতিয়া ২১ বছৰীয়া চৈতন্য নদীয়াত টোলৰ পণ্ডিত আৰু তাৰ্কিক নিমাই, ধৰ্ম্মপ্ৰচাৰক চৈতন্য নহয়। বান্ধৱৰ সম্পাদকে নিৰ্ণয় কৰা তাৰিখ ধৰিলেও ১৩৮৩ (১৪৬১ খৃষ্টাব্দ) পোৱা যায়। ১৫০৪ খৃষ্টাব্দত চৈতন্য ১৯ বছৰীয়া। শঙ্কৰৰ ধৰ্ম্ম প্ৰচাৰ যে চৈতন্যৰ আগেয়ে, আৰু চৈতন্য যে শঙ্কৰৰ গুৰু নহয়, এইয়েই তাৰ ঘাই প্ৰমাণ। চৈতন্যই ২৪ বছৰ বয়সত হে সন্ন্যাস লৈ ধৰ্ম্ম প্ৰচাৰ আৰম্ভ কৰে ; তাৰ আগেয়ে তেওঁৰ নাম "নিমাই পণ্ডিত" আছিল আৰু তেওঁ টোলৰ ছাত্ৰক ব্যাকৰণ পঢ়াইছিল ; ধৰ্ম্মৰ ধাৰ নাধাইছিল; বৰং অধাৰ্ম্মিকৰ নিচিনা ব্ৰ্যবহাৰ হে কৰি ফুৰিছিল। আৰু ১৩।১৪ বছৰীয়া নিমাই তো নদীয়াত "দুৰ্দ্দান্ত বালক।" অথচ শ্ৰীভট্টাগৱত শাস্ত্ৰ পোৱাৰ আগৰেপৰা শঙ্কৰে সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰিছিল।

শঙ্কৰদেৱে কীৰ্ত্তন দশম ঘাইকৈ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰত সহায় কৰিবলৈ ৰচিছিল ; আৰু কলিত মুক্তিৰ উপায় কৃষ্ণৰ কীৰ্ত্তন হৰিনাম ধৰ্ম্ম শ্ৰৱণ কীৰ্ত্তন কৰি যাতে সকলো তৰিব পাৰে তাৰ নিমিত্তে ৰচিছিল। সংস্কৃত শাস্ত্ৰ পঢ়িব নজনা, পঢ়ি অৰ্থ নোপোৱা সৰ্ব্বসাধাৰণ লোকে যাতে সহজে দেশীয় ভাষাত শাস্ত্ৰৰ

মৰ্ম্ম পাই মুক্তিৰ অধিকাৰী হব পাৰে তাৰ নিমিত্তে তেওঁ ঘাইকৈ কীৰ্ত্তন পুথি ৰচনা কৰি সেই ৰচনা খোল তাল লৈ কীৰ্ত্তন কৰি সৰ্ব্বসাধাৰণৰ বস্তু কৰি দিছিল সংস্কৃতজ্ঞ ব্ৰাহ্মণ পণ্ডিত-সকলৰ সাহায্য ব্যতিৰেকে জানিবৰ উপায় নথকা শাস্ত্ৰজ্ঞান সৰ্ব্বসাধাৰণে সহজে যাতে লভিব পাৰে তাৰ নিমিত্তে তেওঁ শ্ৰীমদ্ভাগৱত শাস্ত্ৰ ভাঙি পদ কৰিছিল। এইটোৱেই তেওঁৰ মুখ্য উদ্দেশ্য। অৱশ্যে তেওঁৰ নিচিনা বিদগ্ধ পণ্ডিত জ্ঞানী বিদ্বান প্ৰতিভাশালী লেখকে যে ৰচনা সাহিত্যৰ ফালৰপৰাও শুৱলা আৰু কবিত্বৰ ফালৰ বা সৰ্ব্বসুন্দৰ কৰিব তাক কোৱা বাহুল্য মাথোন।

"কলিত সদা সুস্বৰে হৰি, হেলাত মৰে আত্মাঘাত কৰি।"

"হৰি ভকতক যিজনে হাসে। মুবুজি বেদৰ অৰ্থ বিনাশে॥
জগততে বিষ্ণু আছন্ত ব্যাপি। শুনিয়া তাক মুবুজয় পাপী॥"
'স্ত্ৰী মদ্য মাংস সেৱাৰ কথা। কৈ মৰে কৰে জন্মক বৃথা॥"
নুবুজে বেদ অভিপ্ৰায় গুঢ়। কৰ্ম্মক কৰিবে নাজানে মুঢ়॥
মূৰ্খহুয়া বোলে মই পণ্ডিত। নষ্ট কৰি ফুৰে আনৰো চিত॥
নিষ্কামে কৰিয়া সকল কৰ্ম্ম। বিষ্ণুত অৰ্পিব সিসব ধৰ্ম্ম॥
শ্ৰৱণ কীৰ্ত্তন তাহাৰ ফল। মিছাত নাজানি নিন্দে নিস্ফল।"

বাস্তবিকত শঙ্কৰে শাস্ত্ৰৰ মৰ্ম্ম আৰু মুক্তিৰ পন্থা সৰ্ব্বসাধাৰণৰ মাজত ইমান সস্তা কৰি দি ব্ৰাহ্মণসকলৰ জীৱিকা আৰু প্ৰতিপত্তিৰ হানি কৰিছিল দেখি হে শঙ্কৰৰ প্ৰতি তেওঁলোকৰ ইমান জাতক্ৰোধ হৈছিল; আৰু সেইদেখিহে তেওঁলোকে শঙ্কৰৰ আৰু তেওঁৰ ভকত বৈষ্ণৱসকলৰ অনিষ্ট কৰিবলৈ প্ৰাণপণে লাগিছিল।

---

# পঞ্চদশ আধ্যা।

শঙ্কৰদেৱ মোটে দুবাৰ তীৰ্থ লৈ গৈছিল। প্ৰথম বাৰৰ কথা ওপৰত কোৱা হৈছে। দ্বিতীয় বাৰ তেওঁ বুঢ়া বয়সত, মাধৱদেৱ ৰামৰায় আতা আদি ১০০।১৫০ ভকতেৰে সৈতে তীৰ্থ লৈ গৈছিল। এইবাৰ তেওঁ চৈতন্যদেৱক পুৰীত লগ পাই আলাপ আদি কৰিছিল বুলি গুৰু চৰিত্ৰ পুথিত লেখা আছে। আমি পিতৃদেৱতা দীননাথ বেজবৰুৱাৰ মুখে শুনিছিলোঁ যে, পুৰীত জগন্নাথৰ মন্দিৰত এইবাৰ হৰিব্যাস, ৰমানন্দ, শঙ্কৰদেৱ, আৰু চৈতন্যদেৱ চাৰিউজনৰ মিলন হৈছিল। জগন্নাথদেৱৰ মন্দিৰৰ ভিতৰত চাৰিউজন বহি ৰাতি আলাপ কৰি আছিল; কিন্তু ৰাতিপুৱা যেতিয়া মন্দিৰৰ দুৱাৰ মেলি দিলে, তেতিয়া দেখা গল যে কেৱল শঙ্কৰদেৱ হে মন্দিৰৰ ভিতৰত বহি আছে, আন তিনিজন নাই। পাণ্ডাসকলে কয় তেওঁলোক জগন্নাথদেৱৰ শৰীৰত লয় গল আৰু মহাপুৰুষীয়া ভকতসকলে কয় যে শঙ্কৰদেৱৰ শৰীৰত লয় গল। এই প্ৰবাদৰ মূল্য যি হওক, এইটো কিন্তু ঠিক যে পুৰীত চৈতন্যদেৱৰ মৃত্যু কেনেকৈ হল কোনেও কব নোৱাৰে। বহুতে কয় যে তেওঁ তেওঁৰ উন্মাদ অৱস্থাত কেতিয়াবা গৈ সমুদ্ৰত পৰি মৰিল। ওপৰৰ প্ৰবাদৰপৰা এইটো আমি বুজিব পাৰোঁ যে শঙ্কৰদেৱ এইবাৰ জগন্নাথত থাকোঁতে চৈতন্যদেৱৰ তিৰোভাব হৈছিল। চৈতন্যদেৱ তেওঁৰ শেষ জীৱনৰ ১৮ বছৰ পুৰীত

নিগাজীকৈ থকাৰ কথা তেওঁৰ জীৱনচৰিতবোৰত পোৱা যায়। চৈতন্যদেৱে ২৪ বছৰ বয়সত সন্ন্যাস গ্ৰহণ কৰে, ৬ বছৰ দাক্ষিণাত্য, বৃন্দাবন, গৌড় প্ৰভৃতি ঠাইলৈ অহাযোৱা কৰি কটায়, শেষ ১৮ বছৰ পুৰীত কটায়, আৰু ৪৮ বছৰ বয়সত ১৫৩৩ খ্ৰীষ্টাব্দৰ আহাৰ মাহ, শুক্লপক্ষ, সপ্তমী তিথি, ৰবিবাৰে তেওঁৰ মৃত্যু ঘটে। "অন্তলীলাৰ সূত্ৰ এবে শুন ভক্তগণ॥ বৃন্দাবন হৈতে যদি নীলাচল আইলা। আঠাৰ বৰ্ষ তাঁহা বাস কাঁহা নাহি গৈলা॥ চৈতন্য চৰিতামৃত গ্ৰন্থ। ইয়াৰ দ্বাৰাই আমি পাওঁ যে এইবাৰ শঙ্কৰদেৱ ১৫৩৩ খ্ৰীষ্টাব্দত তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল। তেওঁৰ তেতিয়া বয়স ৮৪ বছৰ।

অনিৰুদ্ধ বিচৰিত পুথিত আছে যে নৰনাৰায়ণ ৰজাই আহোম ৰাজ্য এৰি ভাটীৰ ফাললৈ যায়। দ্বিজভূষণ আৰু দৈত্যাৰিয়েও এই কথাকে কয় দৈত্যাৰি ঠাকুৰৰ পুথিত আছে—"নৰনাৰায়ণ নামে আছে এক ৰাজা। তাৰ ৰাজ্যে যাইতে মন সমস্তে প্ৰজাৰ॥ সেই সময়ত নৰনাৰায়ণ ৰাজা। মাৰিবে আসাম ৰাজ্য গৈলা সাজি প্ৰজা॥" দ্বিজভূষণে কয় যে নৰনাৰায়ণৰ বাপেক বিশ্বসিংহই প্ৰতাপৰায় আৰু ৰাম খাঁকে আদি কৰি প্ৰধান ভূঞাসকলক আক্ৰমণ কৰিলত তেওলোক পলাই গৈ গৌৰেশ্বৰৰ ৰাজ্যত আছিল গৈ। বিশ্বসিংহ মৰাৰ পিছত যেতিয়া নৰনাৰায়ণ ৰজা হল, তেতিয়াহে তেওঁলোক উভতি আহি নৰনাৰায়ণৰ অনুগত হয়হি। নৰনাৰায়ণে সেই ভূঞাসকলৰ সহায়ত আহোম ৰাজ্য আক্ৰমণ কৰে। এই সময়তে শঙ্কৰদেৱে তেওঁৰ শিষ্যসকলেৰে সৈতে বেলগুৰি এৰি ক্ষেত্ৰি মৌজাৰ (আজিকালি সৰুক্ষেত্ৰি

মৌজা বোলে) কাপাললৈ আছে। মি, গেইটে নৰনাৰায়ণৰ এই আক্ৰমণৰ তাৰিখ ১৪৬৮ শক (১৫৪৬ খৃষ্টাব্দ) বুলি তেওঁৰ বুৰঞ্জীত লেখিছে। শঙ্কৰদেৱৰ জন্মৰ শক ১৩৭১ হলে, এই সময়ত অৰ্থাৎ তেওঁ উজনিৰ আহোম-ৰাজ্য এৰি ভাটীৰ কোচ ৰাজ্যলৈ আহোঁতে তেওঁৰ বয়স ৮৭ বছৰ; আৰু অনিৰুদ্ধই দিয়া শক ১৩৮৫ সঁচা হলে ৮৩ বছৰ হয়। নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণৰ তাৰিখ ১৪৬৮ শক শুধ হলে, আৰু শঙ্কৰদেৱে সেই শকতে আহোম ৰাজ্য এৰি কোচ ৰাজ্যৈ যোৱাটো নিভুৰ্ল হলে, তেওঁ পাটবাউসীৰপৰা দ্বিতীয় বাৰ তীৰ্থভ্ৰমণ কৰিবলৈ যাওঁতে নদীয়াত বা পুৰীত (নদীয়াত তো হবই নোৱাৰে, কাৰণ চৈতন্য তেওঁৰ জীৱনৰ শেষ ওঠৰ বছৰ পুৰীত নিগাজীকৈ আছিল) চৈতন্যৰে সৈতে সাক্ষাৎ হোৱাটো অসম্ভৱ হয়, কাৰণ চৈতন্যৰ মৃত্যু ১৪৫৫ শকত হৈছিল। অৱশ্যে মিষ্টৰ গেইটে দিয়া এই তাৰিখ ভুল যদি কব নোৱাৰোঁ। কিন্তু এক পক্ষৰ ভুল নিশ্চয়।

বৰদোৱাৰ পুথিত কিংবা শঙ্কৰদেৱৰ আন জীৱনীত, অথবা মহাপুৰুষীয়া সত্ৰত চৰিত্ৰ তোলোঁতে, নৰনাৰায়ণে আহোমৰ দেশ আক্ৰমণ কৰা বছৰত, শঙ্কৰদেৱ আহোম ৰাজ্য এৰি ভাটীলৈ যোৱাৰ কথা নকয়। আহোম ৰজাৰ দৌৰাত্ম্যত বিৰক্ত হৈ, আৰু ঘাইকৈ জোঁৱায়েক হৰিক আহোমে কাটিলত শঙ্কৰদেৱে মনত যৎপৰোনাস্তি শোক পাই আহোম-ৰাজ্য এৰিলে; আৰু সম্ভৱতঃ নৰনাৰায়ণে আহোম-ৰাজ্য আক্ৰমণ কৰা বছৰৰৰ আগেয়েহ। শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থ লৈ যাওঁতে চৈতন্যক লগ পাইছিল, এই কথা সকলো চৰিত্ৰ-পুথিত আছে, আৰু সম্ভ

সাধুৰ মুখত আছে, আৰু এই লগপোৱা যে পুৰীত হৈছিল তাত ভুল নাই, কাৰণ চৈতন্যদেৱে তেওঁৰ জীৱনৰ শেষ ১৮ বছৰ পুৰীৰপৰা কলৈকো লৰচৰ কৰা নাছিল। শঙ্কৰদেৱে তেওঁৰ জীৱনৰ ৮৩।৮৪ বছৰত (১৪৫৫ শক) চৈতন্যক পুৰীত লগ পোৱা, আৰু পুৰীত চৈতন্য শঙ্কৰদেৱৰ গাত লয় যোৱা বুলি কোৱা মহাপুৰুষীয়া প্ৰবাদ, যাৰ মানে শঙ্কৰদেৱৰ পুৰীত থাকোঁতেই চৈতন্যৰ তিৰোভাব ঘটা কথাত অবিশ্বাস কৰিবৰ আৱশ্যক নাই, কাৰণ, সি বৰ প্ৰচলিত। আমি মাত্ৰ নৰনাৰায়ণৰ আক্ৰমণৰ কেইবা বছৰৰ আগেয়ে শঙ্কৰে আহোম ৰাজ্য এৰি যোৱা বুলি কওঁ। আৰু যদি হে আমাৰ এই অনুমান ঠিক নহয় তেন্তে মিষ্টৰ গেইটে দিয়া নৰনাৰায়ণৰ আক্ৰমণৰ শক যে নিৰ্ভুল এই কথাত আমাৰ বৰ সন্দেহ হয়। এটা কথা আমি এই খিনিতে কওঁ, যে শঙ্কৰদেৱে বেলগুৰি এৰি ভটিযাই পোৱাৰ যিটো তাৰিখ বৰদোৱাৰ পুথিৰপৰা সংগ্ৰহ কৰি পিচত দিছোঁ, সেইটোতও শঙ্কৰদেৱৰ তেতিয়া ৮২।৮৩ বছৰ হোৱাটো ওলাইছে।

শঙ্কৰদেৱে দুবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যোৱা কথা শঙ্কৰদেৱৰ এটাই কেইখন চৰিত্ৰ পুথিতে আছে; আৰু সন্ত সাধুসকলে মুখেৰে তোলা চৰিত্ৰতো সেই কথা কয়, গতিকে সি প্ৰমাণিত বুলি ধৰিব লাগিব। শঙ্কৰদেৱে প্ৰথম বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যোৱাৰ আগেয়ে যদিও তেওঁ এজন আহি গৃহস্থী আহিঁ ভূয়াঁ বিষযভোগী ডাঙৰ লোক আছিল, তথাপি তেওঁ শাস্ত্ৰ চৰ্চ্চা, জ্ঞান চৰ্চ্চা আৰু ধৰ্ম্মত অনুৰক্তি আদিতো ভূঞাসকলৰ ভিতৰত আদৰ্শ পুৰুষ আছিল। তীৰ্থ ভ্ৰমণৰ পছত, আগৰেপৰা তেওঁৰ ধৰ্ম্মপ্ৰৱণ মন আৰু বেছিকৈ ধৰ্ম্মপ্ৰৱণ

হল, তাক আগৰেপৰা পৰৰ হিত চিন্তাত মন বিশেষকৈ আৰু সেই কাৰ্য্যত ব্ৰতী হল। পৰকালৰ সম্বল ধৰ্ম্মচিন্তা হিন্দুৰ প্ৰধান চিন্তা। নিজেও ঈশ্বৰচিন্তা ঈশ্বৰউপাসনাৰ দ্বাৰাই সংসাৰ-সাগৰ পৰা হ্ম, আৰু লোককো তৰিবৰ উপায় দিম, এই ভাবেৰে অনুপ্ৰাণিত হৈ শঙ্কৰদেৱে ধৰ্ম্মপ্ৰচাৰত মনপ্ৰাণ সমৰ্পণ কৰিছিল। তেওঁ শিৰোমণি ভূঞা কুসুম্বৰৰ বৰ পুতেক, নিজেও শিৰোমণি ভূঞা। তেওঁৰ বিষয়বাসনা দাস-দাসী ঐশ্বৰ্য্য বিভূতি ৰজাৰ নিচিনা, ক্ষমতা অধিকাৰতো তেও ৰজাৰ নিচিনা। এই সকলোবোৰ তেও তৃণবৎ পৰিত্যাগ কৰি, ধৰ্ম্মচৰ্চ্চা আৰু ঈশ্বৰ চিন্তাত নিজৰ মন সমৰ্পন কৰি দুখীয়া শ্ৰীৰাম, বলোৰাম, সৰ্ব্বজয় আদিৰে সৈতে গীত পদ ভটিমা চপয় গাই হৰিকীৰ্ত্তন কৰি কাল কটাই নিজক ধন্য মানিছিল।

তীৰ্থপৰ্য্যটন কৰিবলৈ যোৱাৰ আগে যে যদিও তেও বিষ্ণুৰ অৱতাৰ ৰাম, কৃষ্ণ, জগন্নাথ আদিৰ উপাসক আছিল, তীৰ্থৰ পৰা উভতি আহি তেওঁ যাইকৈ কৃষ্ণভক্তি প্ৰচাৰত মনোনিবেশ কৰিছিল। এই বাৰতে প্ৰথম বাৰ তেও ওপৰাউপৰিকৈ দুবাৰ বৃন্দাবনলৈ গৈ কৃষ্ণ ভক্তিত অত্যন্ত অনুৰক্ত হৈ পৰিছিল, আৰু বৃন্দাবনলৈ যোৱাৰ মানেও সিয়েই। পিছত ভাগৱত শাস্ত্ৰ বিহিত ভাগৱতী ধৰ্ম্ম, একমাত্ৰ কৃষ্ণৰ পূজা, সেৱা, ভক্তি, অৰ্চ্চনা প্ৰচাৰ কৰিলে। "শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, বিষ্ণুৰ অৰ্চ্চন, পদসেৱন। দাস্য, সখিত্ব, বন্দন বিষ্ণুত কৰিব দেহা অৰ্পণ॥" এই নৱবিধ ভাগবতী ভক্তি প্ৰবৰ্ত্তন কৰিলে। ভূয়াঁসকলৰ ভিতৰত শক্তিপূজা প্ৰচলিত আছিল, শঙ্কৰদেৱ কিন্তু তীৰ্থলৈ

যোৱাৰ আগৰেপৰা, আৰু পিছত তো নিশ্চয়কৈয়ে, সেই পূজাৰ বিৰোধী আছিল। গীত, পদ, ভটিমা, চপয় আদি গাই, খোল তাল লৈ হৰিনাম কীৰ্ত্তন কৰি ধৰ্ম্ম প্ৰচাৰ কৰিবৰ প্ৰণালী নিশ্চয় তেওঁ বৃন্দাবন, মথুৰা, উড়িষ্যা, বাৰাণসীৰপৰা শিকি আহি আসামত চলাইছিল। কীৰ্ত্তনত আছে: 'প্ৰবেশ বাৰাণসী ঠাৱে ঠাৱে কৰিবৰ গীত শিষ্ট সবে গাৱে॥ পাপী তা আঁখি ফুটিল তাৰ। (অৰ্থাৎ শঙ্কৰে ৰচনা কৰা গীত পদ আদি নিন্দা কৰোঁতা অসমীয়া বামুণসকলৰ) হৰি কীৰ্ত্তনক কৰে ধিক্কাৰ॥' এই খিনিতে এটা কথা মন কৰিব লগীয়া যে ওপৰৰ এই কেখাকি পদত বঙ্গদেশৰ নাম নাই। খোল তাল বজাই সংকীৰ্ত্তন কৰা প্ৰণালীও যে বঙ্গদেশে আন দেশৰপৰা ধাৰ কৰা সেইটোও ইয়াৰপৰা বুজিব পাৰি। সংস্কৃত নাটৰ আৰ্হিত নাট কৰি ভাৱনা কৰা প্ৰণালীৰ ( **idea** ) ভাবও যে পশ্চিমৰ ৰামলীলা আদি ভাৱনাৰপৰা তেওঁ পোৱা সেইটোও বুজিব পাৰি। বঙ্গদেশত তেনে ভাৱনাৰ প্ৰণালী যে নাছিল সেইটোও চৈতন্যৰ ধৰ্ম্মপ্ৰচাৰৰ ইতিহাসৰপৰাই বুজিব পাৰি। নামঘৰ মণিকূট সাজি সত্ৰ পাতি নাম কীৰ্ত্তন কৰি থাকি ধৰ্ম্ম প্ৰচাৰ কৰাটোও তেওঁ পশ্চিমত আৰু বেহাৰত আগৰ কালত প্ৰচলিত বৌদ্ধবিহাৰৰপৰা পোৱাটো অনুমান হয়। চৈতন্যই তেনেকৈ সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰা নাছিল। শঙ্কৰ-দেৱৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰণালীৰ এনেবোৰ বিশেষত্বৰপৰা স্পষ্টকৈ দেখা যায় যে তেওঁ সেই বিষয়ত বঙ্গদেশ আৰু চৈতন্যৰ ওচৰত সমূলি ধৰুৱা নাছিল। ৰামৰায়কে আদি কৰি জ্ঞাতি আৰু ভকতসকলৰ অনুৰোধত তেওঁ প্ৰথমতে চিহ্নযাত্ৰা ভাৱনা পাতি

সাত দিন সাত ৰাতি ভাৱনা কৰে। এই ভাৱনাৰ নিমিত্তে বৈকুণ্ঠ গোলোকধামৰ চিত্ৰপট শঙ্কৰদেৱে নিজ হাতে আঁকিছিল। আসামত খোলৰ ব্যৱহাৰ নাছিল। শঙ্কৰদেৱে কপিলীনৈৰ মুখৰ কুমাৰক মাতি আনি নমুনা দেখুৱাই প্ৰথমতে তাৰ হতুৱাই খোল গঢ়ালে; শালমৰা গাৱঁৰ মুচীয়াৰ মাতি আনি খোল ছিয়ালে; খোলৰ মিঠা মাত উলিয়াবৰ নিমিত্তে কৰ্কৰা ভাত আৰু লোৰ গুৰিৰে তাৰ মুখত কেনেকৈ ঘুণ দিব লাগে সেইটো দেখুৱাই দিলে; মন্দিৰা, খুটিতাল, বৰতাল, ভোৰতাল আদি বহুবিধ তাল প্ৰস্তুত কৰালে; সভাঘৰ সজাই সাত বৈকুণ্ঠৰ সাতোটা থাক কৰি, অৰ্থাৎ "ষ্টেজ" কৰি, যাত্ৰাৰ কাৰ্য্য আৰম্ভ কৰিলে; নিজে খোল লৈ বায়ন হৈ ভায়েক বনগঞা গিৰীক গায়ন পাতি সৰ্ব্বজয় আৰু কমলিধৰা পৰমানন্দক নতুৱা পাতি যাত্ৰা কৰিলে; সভা-শোভা কৰিবৰ নিমিত্তে মতা, চক্ৰবান, ফুলজালি প্ৰভৃতি নিয়মিত জোখত প্ৰস্তুত কৰালে; প্ৰথমে ন ধেমালি তাৰ পিছত নট ধেমালি, ৰাগ-ধেমালি, সৰু-ধেমালি বৰ ধেমালি আদি বাজনা বজাই শেহত ঘোষা-ধেমালি গাই বজাই বাজনা শেষ কৰিলে। শঙ্কৰদেৱে নিজে বায়ুমণ্ডল ৰাগ দিছিল।

এইবোৰৰপৰা ফট্‌ফটীয়াকৈ দেখিবলৈ পোৱা যায় যে শঙ্কৰদেৱৰ প্ৰতিভা কেনে সৰ্ব্বতোমুখী আছিল। মাধৱদেৱে যে "জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ" বুলি তেওঁক "গুণমালাত" বৰ্ণনা কৰিছিল, সেইটো এক তিল মানো অতিৰঞ্জিত নহয়। এক শঙ্কৰদেৱেই আসামক কত ৰকমে ঐশ্বৰ্য্যশালী কৰি অলঙ্কৃত

কৰিলে, এই কথা ভাবিলে অবাক হ্ব লাগে। ধন্য আসাম জননী, তুমি শঙ্কৰদেৱক গৰ্ভত ঠাই দি নিজেও ধন্য হলা !

শঙ্কৰদেৱে তীৰ্থভ্ৰমণ কৰি থাকোঁতে জগন্নাথ, মথুৰা, বৃন্দাৱন, পুষ্কৰ আদি তীৰ্থতো কোনোক কোনোক শৰণ দি যে শিষ্য কৰিছিল, সেই কথা তেওঁৰ জীৱনচৰিত্ৰ লেখক সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই লেখিছে, -"বৃন্দাবন নামে এক মহন্ত আছিল। শঙ্কৰক লাগ পাই তেহন্তে ভজিল॥ ৰামকান্ত নামে শিষ্য মথুৰা পুৰত। শঙ্কৰক গুৰু মান শৰণ লৈলন্ত॥ ৰাধা নামে এক সন্ত আছিল গোকুলে। শঙ্কৰক গুৰু মানি সিয়ো ভক্ত ভৈলে॥ সন্ন্যাসী ত্ৰিজটা নামে ব্ৰজত আছিল। শঙ্কৰক গুৰু মানি হৰিক ভজিল॥ গোপীনাথ নামে সন্ত পুষ্কৰ তৰ্থত। সিজনেও শঙ্কৰক গুৰু মানিলন্ত॥ জগন্নাথ পাণ্ডাসুত বিষ্ণুদত্ত নাম। কৃষ্ণ যদুনাথ কাম এহি দশজন। শঙ্কৰক গুৰু মানি লৈলন্ত শৰণ॥" শঙ্কৰদেৱে নিশ্চয় প্ৰথম বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে গোকুল, ব্ৰজ আৰু পুষ্কৰত এইবোৰ শিষ্য কৰিছিল; কাৰণ, দ্বিতীয় বাৰ তীৰ্থ লৈ যাওঁতে সেইবোৰ ঠাইলে তেওঁৰ যোৱা নহল। ইয়াৰ দ্বাৰাই দেখা যায় যে শঙ্কৰদেৱৰ ধৰ্ম্মপ্ৰচাৰ কাৰ্য্য বিদশতে প্ৰথমে আৰম্ভ হয়।

আসাম কামৰূপতো শঙ্কৰক ডাঙৰ ডাঙৰ ব্ৰাহ্মণ আৰু গ্ৰহবিপ্ৰ শিষ্য কিছুমানৰ লেখ সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই দিছে--"তৰ্কভানু বিদ্যাপতি ভট্টাচাৰ্য্য বৰ। ৰাঘৱ আচাৰ্য্য বিভূষণ যে ভূধৰ। কবিৰত্ন বিদ্যাৰত্ন উমা বাসুদেৱ। সৰস্বতী শ্ৰীকান্ত গজেন্দ্ৰ মহাদেৱ॥ ৰামচন্দ্ৰ কৃষ্ণচন্দ্ৰ বিষ্ণু নাৰায়ণ। গোপাল জৈমিনীদেৱ

দেৱ জনাৰ্দ্দন॥ তাৰাসৱে আপোন কুশল চিন্তা কৰি। শঙ্কৰক গুৰু মানি ভজিলন্ত হৰি॥ জ্যোতিষ প্ৰধান শিৱ কাম নৰোত্তম। চন্দ্ৰধৰ সূয্য সূৰ্য্যশৰ্ম্মা নাম . . সৰ্ব্বকালে গ্ৰহ উপাসক সৰ্ব্বজন শঙ্কৰক গুৰু মানি লৈলন্ত শৰণ॥”

পদ্মপুৰাণৰ স্বৰ্গখণ্ডৰ আৰম্ভনতে সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই বন্দনা লেখিছে “জয় নমো নিজ ব্ৰহ্ম কৃষ্ণ ইষ্ট দেৱ। তোমাৰ চৰণে কৰোঁ লক্ষ কোটি সেৱ॥ শ্ৰীমন্ত শঙ্কৰ সন্ত মূৰ্ত্তি অৱতাৰ। তোমাৰ চৰণে কৰোঁ কোটি নমস্কাৰ॥ নমো মৎস্য কূৰ্ম্ম আদি অৱতাৰ যত প্ৰণামো মাধৱ আদি সমস্ত ভকত॥ অনন্ত কন্দলি আদি ভক্ত বিপ্ৰগণ॥ প্ৰণাম কৰোঁহো পৰি সবাৰো চৰণ॥”

অনন্ত কন্দলি যে শঙ্কৰদেৱৰ ভক্ত শিষ্য আছিল, তেওঁৰ সমসাময়িক সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ এই পদ পঢ়িলে আৰু সন্দেহ নাথাকে।

শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থভ্ৰমণ কৰিবলৈ যাওঁতে যে চৈতন্যক পুৰীত লগ পাইছিল, এই কথা আমি ওপৰত কৈ আহিছোঁ। এই বাৰ শঙ্কৰদেৱ পুৰীত থাকোঁতেই চৈতন্য দেৱৰ মৃত্যু বা তিৰোভাব হোৱা কথাও আমি আগত কৈ আহিছোঁ। শঙ্কৰদেৱৰে সৈতে চৈতন্যদেৱৰ যি কথাবাৰ্ত্তা হৈছিল, তাৰ বিবৰণ বৰদোৱাৰ গুৰু-চৰিত্ৰ পুথিত এই দৰে আছে—

“জগন্নাথ প্ৰভুৰ নাট মন্দিৰত নটীৰ নাচ হোৱাত চৈতন্য গোসাঁই আৰু শঙ্কৰ গোসাঁই দুইজন বহি আমোদ দেখিছে। অন্নপূৰ্ণাৰ মন্দিৰত ভোগ সিদ্ধ হব লাগিছে। ভোগ এটি উফৰি

পাণ্ডাৰ হাতত পৰাত প্ৰসাদ পেলালেও দোষ, থবলৈকো নেপায়, খালেও অৱশেষ হয়, ভাবি চিন্তি উপায় নাপাই প্ৰসাদটি খালে। সেই আটিকা অৱশেষ বুলি মহাপ্ৰভুত নলগাই আন এটি আটিকা চৰাই প্ৰসাদ লগাইছে প্ৰভুৱে ভকতক অংশেষটি গ্ৰহণ কৰিলে। ইদিকে সমাজত নটীৰ লহঙ্গা খহিছে। ভিতৰৰ ঘটনাৰ বিষয় জ্ঞাত হৈ শঙ্কৰদেৱে ঈষৎ হাস্য কৰিছে। তাকে দেখি শ্ৰীকৃষ্ণচৈতন্য প্ৰভুৱে শঙ্কৰদেৱক কৈছে সামান্য কথাত হাস্য কৰা ভাল নহয়। গুৰুজনে কলে, ‘‘সমাজৰ কথাত হঁহা নাই, ভিতৰত বুজ লওক। এই কথা শুনি অন্নপূৰ্ণাৰ মন্দিৰত খবৰ কৰি সমস্ত ঘটনা জানিব পাৰি শঙ্কৰদেৱৰ শক্তি দেখি বিস্ময় মানিছে। এই প্ৰকাৰে ঈশ্বৰ পুৰুষ দুজনা সদালাপ কৰি কিছুদিন আছে, ক্ষেত্ৰস্থানপৰা বৃন্দাবনলৈ যাৱৰ ইচ্ছা হোৱাত কোনো এদিন ভকতসকল সহিতে চৈতন্য গোসাঁইৰ মন্দিৰলৈ যাবলৈ সাজু হৈ মাধৱদেৱত কৈছে। বৰাৰ পো, ফকৰা দিবলৈ প্ৰস্তুত হবা। মাধৱে গুৰুদেৱত জনাইছে, আপোনাৰ দাসে গুৰুৰ কৃপা থাকিলে কোনো কথালৈ ভয় নকৰে’ তেওঁলোকে ফকৰা দিয়ে যদি তোমাৰ দাসৰ মুখৰপৰাও বাহিৰ হব। চৈতন্যদেৱৰ নিত্যানন্দ, শঙ্কৰদেৱৰ বলোৰাম আলধৰা। নিতাইয়ে ফকৰা দিছে,—‘কোন দেশৰ বৈৰাগী কোন দেশে যায়। কোন মুখে ভিক্ষা মাগি কোন মুখে খায় ?” বলোৰামে উত্তৰ দিছে, “পূব দেশৰ বৈৰাগী পশ্চিম দেশে যায়। গুৰুৰ মুখে ভিক্ষা মাগি নিজ মুখে খায়॥’ আকৌ নিত্যানন্দে কৈছে, ‘কোন দেশৰ বৈৰাগী, কি বুলি কাঢ়িছে ৰাও। সকলো জগৎ হৰিময় দেখোঁ কত দি আহিলা পাও ?’

বলোৰামে উত্তৰ দিছে,—'পূৰ্ব দেশৰ বৈৰাগী ৰাম বুলি কাঢিছে ৰাও। হৃদয় মাজে ঈশ্বৰ কৃষ্ণ আপুনি বিচাৰি চাও॥' এই দৰে ফকৰা শেষ হলত গুৰুঈশ্বৰ চৈতন্যদেৱৰ মন্দিৰত প্ৰবেশ হৈছে। আসন দি সম্ভাষণ কৰি সিদ্ধ অন্ন সমুখত দিছেহি। শঙ্কৰদেৱে পক্কান্ন দেখি কেচা হওক বুলি কোৱাত সমস্ত অন্ন ব্যঞ্জন কেচা হৈছে। গৌৰাঙ্গ প্ৰভুৱে দেখি শঙ্কৰদেৱক ঈশ্বৰ-শক্তি বুলি প্ৰশংসা কৰি অতি সমাদৰে বিদায় দিছে।" ওপৰত দিয়া এই কথা আমি পিতৃদেৱতাৰ মুখেও শুনিছিলোঁ। এই কথাৰপৰা শঙ্কৰদেৱ আৰু চৈতন্যদেৱৰ ভিতৰত গুৰু শিষ্য বা বহুত দিনৰ আগৰে পৰা চিনাকী থকা এনে কোনো ভাবৰ আভাষ পোৱা নাযায়; বৰং দুইজন স্বাধীনতাৰৰ ধৰ্ম্মপ্ৰচাৰক এনেটোহে বুজা যায়। দৈত্যাৰি ঠাকুৰে কৰা চৰিত্ৰ পুথিত আছে যে শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে বাটত চৈতন্যৰ মঠ পাইছিল। শঙ্কৰ অহা শুনি চৈতন্যদেৱ মঠৰ ভিতৰৰপৰা ওলাই আহি শঙ্কৰৰ ফালে চাই থাকি তেওঁৰ চকুৰ লো বৈ গৈছিল; কিন্তু দুইৰো ভিতৰত কোনো কথা নহল,—প্ৰভাতে উঠিয়া নিত্যে গমন কৰন্ত। কৃষ্ণচৈতন্যৰ গৈয়া থানক পাইলন্ত॥ পথত চলন্তে শিক্ষা দিলন্ত লোকক। নকৰিবা কেহোঁ নমস্কাৰ চৈতন্যক॥ যিটোজনে নমস্কাৰ কৰে চৈতন্যক। উলটায়া তেঁহো প্ৰণামন্ত সিজনক॥ মনে নমস্কাৰ তাঙ্ক কৰিবা এতেকে। এহি বুলি শিখাইলন্ত লোক সমস্তকে॥ কৃষ্ণচৈতন্য আছা মঠৰ ভিতৰ। ব্ৰহ্মচাৰী কহিলন্ত আসিছা শঙ্কৰ॥ শঙ্কৰৰ নাম শুনি কৃষ্ণচৈতন্যৰ। মিলিল আনন্দ বাজ ভৈলন্ত মঠৰ॥ দুৱাৰ মুখত ৰহি আছিলন্ত

চাই। দুয়ো নয়নৰ নীৰ ধাৰে বহি যাই॥ শঙ্কৰৰো নয়নৰ নীৰ বহে ধাৰে। পথহন্তে নিৰখিযা আছন্ত সাদৰে॥ কতোক্ষণে দুইকো দুই চাই প্ৰেম মনে। পশিলা মঠত গৈয়া শ্ৰীকৃষ্ণচৈতন্যে॥ নামাতিলা দুইকো দুই নিদিলা উত্তৰ। পৰম হৰিষ মনে চলিলা শঙ্কৰ॥"

দৈত্যাৰি ঠাকুৰ ৰচিত সংক্ষেপ শঙ্কৰচৰিত্ৰ পুথিৰ এই কথাৰে সৈতে ওপৰৰ কথাৰ অলপ অমিল হয়। ওপৰৰ কথাত শঙ্কৰেৰে সৈতে পুৰীত চৈতন্যৰ আলাপ পৰিচয় আদি হোৱাৰ কথা ভালকৈয়ে লেখা আছে; ইয়াত কৈছে যে, দূৰৰপৰা দেখা হৈছিল, আলাপ নহল। দৈত্যাৰি ঠাকুৰৰ পুথিত এই বাৰৰ আৰু প্ৰথম বাৰৰো শঙ্কৰদেৱ পুৰীত থকাৰ কথাৰ ভালকৈ বৰ্ণনা নাই, মাথোন কিঞ্চিৎ আভাষ পোৱা যায় এই নিমিত্তে অতি সংক্ষেপ এই পুথিৰ কথা এৰি বৰদোৱাৰ পুথিৰ কথা মানি লবৰ পক্ষে আমি কোনো আপত্তি নেদেখোঁ। বিশেষ, বৰপেটা কমলাবাৰী সত্ৰাদিত সন্তসাধুৰ মুখে বৰদোৱাৰ চৰিত্ৰত পোৱা কথাকে শুনিবলৈ পোৱা যায়। দৈত্যাৰিয়ে লেখা, শঙ্কৰে বাটত চৈতন্যৰ মঠ পোৱা কথা মানিবলৈ গলে আৰু অলপ লেঠা লাগে। চৈতন্যদেৱ তেওঁৰ জীৱনৰ শেহৰ ওঠৰ বছৰ পুৰীত নিগাজীকৈ থকাৰ কথা চৈতন্যচৰিত্ৰ পুথিত আছে, সেই কথা আমি ওপৰত কৈ আহিছোঁ। তেন্তে পুৰীৰপৰা আহোঁতে বা পুৰীলৈ যাওঁতে বাটত চৈতন্য আৰু তেওঁৰ মঠ কৰপৰা ওলাল? এই মঠ যদি পুৰীৰ ভিতৰতে, তেন্তে এই আসোঁৱাহ মাৰিব পাৰি; কিন্তু তেওঁৰ লেখাৰপৰা সেইটো স্পষ্ট নহয়, বৰং বাটত কৰবাত হে বুলি কোৱা যেন লাগে। দেইদেখি

দৈত্যাৰি ঠাকুৰৰ পুথিৰ কথাতকৈ আমি বৰদোৱাৰ পুথিৰ কথাত বেছি আস্থা স্থাপন কৰিবলৈ বাধ্য হলোঁ। সেইটো যি হওক, সকলো অমিলৰ ভিতৰত এইটো মিল পোৱা যায়, যে কোনো পুথিৰপৰা চৈতন্য আৰু শঙ্কৰৰ ভিতৰত গুৰু শিষ্যৰ সম্বন্ধ বা এজনৰ ধৰ্ম্মপ্ৰণালী আনজনে অৱলম্বন কৰাৰ কোনো কথা পোৱা নাযায়; গতিকে আমি দুয়োকো স্বকীয়া মতৰ ধৰ্ম্মপ্ৰচাৰক বুলি স্বীকাৰ কৰিবলৈ বাধ্য।

চৈতন্যদেৱৰ জীৱনচৰিত গ্ৰন্থত ৺শঙ্কৰদেৱৰ নাম উল্লেখ কৰা নাই আজিলৈকে আমি চৈতন্য সম্পৰ্কীয় যতবোৰ পুথি দেখিছোঁ, কতো শঙ্কৰদেৱৰ নাম বা কোনো বিষয় উল্লেখ কৰা দেখা নাই। চৈতন্যচৰিতামৃত গ্ৰন্থত কৃষ্ণদাস কবিৰাজে তন্ন তন্নকৈ চৈতন্যৰ ভক্তসকলৰ নাম দিছে; সৰু, বৰ, বামুণ, কায়স্থ, ম্লেচ্ছ, নীহ কুলীয়া, সকলোবোৰৰ উল্লেখ কৰিছে; কিন্তু শঙ্কৰদেৱৰ কোনো উল্লেখ নাই। তাত ভক্তিকল্পতৰু বৰ্ণনাত চৈতন্যস্কন্ধৰ অনেক শাখা প্ৰশাখা ভক্তৰ নাম পোৱা যায়। ঠায়ে ঠায়ে শঙ্কৰ, দামোদৰ, মাধৱ নামৰ ভক্তবো উল্লেখ দেখা যায়, কিন্তু সেই সকল যে আমাৰ আসমৰ শঙ্কৰ, মাধৱ আৰু দামোদৰ নহয় তাৰ প্ৰশাৰী পঢ়িলেই বুজিব পাৰি॥

যেনে, "দামোদৰ পণ্ডিত শাখা গাঢ় প্ৰেমচন্দ্ৰ। প্ৰভুৰ উপৰে যেঁহো কৰে বাক্যদণ্ড॥ দণ্ড কথা কহিব আগে বিস্তাৰ কৰিয়া। দণ্ডে তুষ্ট তাঁৰে প্ৰভু পাঠাইলা নদীয়া॥ তাহাৰ অনুজ শাখা শঙ্কৰ পণ্ডিত। প্ৰভুৰ পাদোপধান যাঁৰ নাম বিদিত॥ "কুলীন গ্ৰামেৰ সত্যদাস ৰামানন্দ। যদুনাথ পুৰুষোত্তম শঙ্কৰ

বিদ্যানন্দ॥" "শঙ্কৰাৰণ্য-আচাৰ্য্য বৃক্ষেৰ এক শাখা। মুকুন্দ কাশীনাথ রুদ্র উপশাখায় লেখা॥" গোবিন্দ মাধব বাসুদেব তিন ভাই। যাঁসভাৰ কীৰ্ত্তনে ন'চে চৈতন্য নিতাই॥" "পৰমানন্দ পুৰী আৰ স্বৰূপ দামোদৰ। গদাধৰ জগদানন্দ শঙ্কৰ বক্রেশ্বৰ॥" "পীতাম্বৰ মাধবাচাৰ্য্য দাস দামোদৰ। শঙ্কৰ মুকুন্দ জ্ঞানদাস মনোহৰ॥ আন কি তিৰুত মানুহ ভকতনাৰো নাম আছে – "মাধবাদেবী শিখি-মাহিতীৰ ভগিনী শ্ৰীৰাধাৰ দাসী মধ্যে যাঁৰ নাম গণি॥" "তাৰ ভগিনী দময়ন্তী প্ৰভুৰ প্ৰিয় দাসী। প্ৰভুৰ ভোগৰ সামগ্ৰী কৰে বাৰমাসি॥" অথচ আমাৰ আসামৰ মহাপুৰুষ অদ্বিতীয় ধাৰ্ম্মিক, বিদ্বান্, ধনী, মানী, শিৰোমণি ভূঞা শঙ্কৰদেৱৰ হে উল্লেখ নাই। এইটো শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য বুলি মাজতে উলিয়া ভেটিনথকা কথাৰ বিৰুদ্ধে যোৱা এটা ডাঙৰ কথা নহয় নে?

শঙ্কৰদেৱে চৈতন্যৰপৰা অলপো সহায় পোৱাৰ প্ৰমাণ নাই; বৰং নোপোৱাটোৰ হে আছে। চৈতন্যৰপৰা কিবা সহায় পোৱাৰ কথা কৈ শঙ্কৰদেৱে একো লেখি থৈ যোৱা নাই। তেওঁৰ ৰচিত কোনো পুথিত চৈতন্যৰ নাম নাই। ৺শঙ্কৰদেৱৰ সময়ত লিখা অসমীয়া কোনো পুথিতে চৈতন্যৰ উল্লেখ নাই। শঙ্কৰদেৱৰ পিছত ৰচিত তেওঁৰ জীৱন-চৰিত্ৰ পুথিত যি উল্লেখ আছে তাৰ বিষয়ে আমি ওপৰত কৈছোঁ। তাৰ বাহিৰেও যত যত অলপ অচৰপ উল্লেখ আছে, তাকো তলত দিলোঁ।

আহোম ৰজাৰ বাৰে বাৰে অন্যায় অত্যাচাৰ ব্যৱহাৰত বিৰক্ত হৈ আহোমৰ ৰাজ্য এৰি ভটীয়াই গৈ যেতিয়া শঙ্কৰদেৱে

পালঙ্গাদিৰ চুণপোৰাত সত্ৰ পাতি আছিল, ভৱানন্দ নামে ধনী সাউদ এজনক তেওঁ তাতে ভকত কৰে! সেই সময়ত সেই ফালে চৈতন্য প্ৰচাৰিত ধৰ্ম্মক চুই চাৰিয়ে ধৰা আভাষ পোৱা যায়॥ ভাৱনন্দইও সেই পন্থীয়া লোকৰ পৰা "যোল নাম" গ্ৰহণ কৰিব খুজিছিল। এনেতে তেওঁ শঙ্কৰদেৱৰ নাম শুনি শঙ্কৰদেৱৰ ওচৰলৈ আহি শঙ্কৰত শৰণ লয়। এতিয়া দেখা যাওক এইটো অনুমান কোন শকত? সেইটো উলিযাব পাৰিলেই চৈতন্য প্ৰচাৰি ধৰ্ম্ম নামনি-আসামত অৰ্থাৎ সেই সেইকালৰ কামৰূপৰ অত তত অলপ-অচৰপ সোমোৱাৰ কালটো জানিব পৰা যাব। শঙ্কৰদেৱ জন্মৰপৰা ৬৫ বছৰ আলিপুখুৰীত, ৭ বছৰ বৰদোৱাত আছিল। ৬৭ বছৰ বয়সত তেওঁ কছাৰীৰ ভয়ত বৰদোৱা এৰি উত্তৰ পাৰলৈ ভাগি গৈ গাংমৌত সত্ৰ পাতি থাকে। গাংমৌত তেওঁ ৫ বছৰ থাকে আৰু তাতে তেওঁৰ বৰ পুতেক ৰমানন্দৰ জন্ম হয়। ডফলাৰ উপদ্ৰৱত শঙ্কৰদেৱে গাংমৌ এৰি চাঙ্গনিত সত্ৰ পাতি ছমাহ থাকে। তেওঁ সেই ঠাই ভাল নেপাই তাক এৰি ধুৱঁা-হাট বা বেলগুৰিলৈ গৈ তাতে সত্ৰ-সভা পাতি ধৰ্ম্ম প্ৰচাৰ কৰি থাকে। ধুৱঁাহাটতে শঙ্কৰ মাধৱৰ মিলন হয়, আৰু মাধৱে শঙ্কৰেৰে সৈতে বাদ কৰি পৰাস্ত হৈ শঙ্কৰৰ শিষ্যত্ব গ্ৰহণ কৰে। তাতে শঙ্কৰদেৱৰ ৰুক্মিণী নামে কন্যা এটী জন্ম হয়। তাতে ৰুক্মিণী ডাঙৰ হয়। তাতে ৰুক্মিণীক বিবাহ কৰিবলৈ শঙ্কৰদেৱে মাধৱদেৱক ধৰে, আৰু মাধৱদেৱ অসাম্মতি হয়। শঙ্কৰদেৱ ধুৱঁাহাটত থাকোঁতেই, আহোম ৰজাৰ হাতী ধৰিবৰ মন হলত, ৰজাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ হাতী ধৰিবৰ নিমিত্তে লোকজন পঠিয়ালে। সন্ধিকৈয়ে সেই

কাৰ্য্যৰ প্ৰধান ভাৰ গ্ৰহণ কৰি গৈছিল। সকলো ভূঞাসকলৰ গাত্ত হাতী খেদা পাল পৰিল। শঙ্কৰৰ বংশৰ ভূঞাসকলেও এফালে পাল পাইছিল। দুৰ্ভাগ্যবশতঃ খেদা হাতী এওঁলোকৰ পালেদি ভাগি গল। সেইদেখি সন্ধিকৈয়ে ভূয়াঁসকলক ধৰাই নিবলৈ কোটোৱাল পঠিয়াই শঙ্কৰদেৱকে আদি কৰি ভূয়াঁসকলক ধৰাই নিলে। গৰগাওঁত ৰজাৰ আগত বিচাৰ হৈ তেওঁলোক নির্দোষী প্ৰমাণ হোৱাত তেওঁলোকক এৰি দিয়া হল। কিন্তু চেংলোয়া ভূয়াঁ কেজনমানক ৰজাই লিগিৰা কৰি ৰাখিলে। শঙ্কৰ জোৰহাটেদি উভতি ভটীয়াই আহোঁতে তেওঁৰ বুঢ়া ককাৰ এজনাৰ মৃত্যু হয়। এজন বুঢ়া মানুহে শঙ্কৰদেৱক এটা ডবাটেঙা ভেটি দিছিল; সেই বুঢ়াক ৰজাৰ মানুহে ধৰি নি কুৰুৱাৰ সৈতে মৈদামত পুতিলে। শঙ্কৰদেৱে এই কথা দেখি ৰজাৰ ব্যৱহাৰত তেওঁৰ প্ৰতি ঘৃণা হৈ সেই ৰাজ্য এৰি ভাটীলৈ আহিবলৈ সঙ্কল্প কৰিলে। শঙ্কৰ উভতি আহি ধুৱাঁহাটতে কিছুদিন আছে। এনেতে লগনীয়া মানুহৰ কথা শুনি আকৌ শঙ্কৰদেৱকে প্ৰমুখ্য কৰি ভূয়াসকলক ধৰাই নিবলৈ ৰজাই মানুহ পঠিয়ালে। শঙ্কৰদেৱ ভকতসকলেৰে সৈতে পলাল, কিন্তু মাধৱদেৱ আৰু শঙ্কৰদেৱৰ জোঁৱায়েক হৰি ধৰা পৰিল। হৰি জোঁৱাইক ৰজাই কটালে, আৰু মাধৱদেৱক এবছৰ বন্দী কৰি ৰাখি এৰি দিলে। (বৰদোৱাৰ পুথিৰ মতে)। শঙ্কৰ এওঁলোকলৈ অপেক্ষা কৰি তেতিয়াও ধুৱাঁহাটতে আছিল। মাধৱদেৱ উভতি গৈ শঙ্কৰদেৱৰে সৈতে দেখা কৰাৰ পিছত, ৰজাই বুজ পাই আকৌ শঙ্কৰদেৱক ধৰাই নিবলৈ মানুহ পঠিয়াওঁতে সেই বাতৰি শুনি শঙ্কৰে, মাধৱ, জ্ঞাতি কুটুম্ব আৰু ভকতসকলেৰে সৈতে নাৱেৰে

ভাটীয়াই গুচি আহি ভাটীৰ ক্ষত্রি মৌজাৰ কাপাল নামে ঠাইত সত্র পাতি ৰলহি। ক্ষেত্রিত তেওঁ ছমাহ আছিল। তাতে মাধৱদেৱৰ মাক মৰে। তাৰপৰা শঙ্কৰদেৱ গুচি গৈ চুণপোৰাত সত্র কৰি ছমাহ থাকে। সেই চুণপোৰাতে ভৱানন্দ সাউদক [ যাৰ নাম শঙ্কৰদেৱে নাৰায়ণ ঠাকুৰ দিছিল ] শঙ্কৰদেৱে শিষ্য কৰে। চুণপোৰাত ছমাহ থাকি কুমাৰকুচিলৈ যায়, তাত এঘৰ চঁড়াল বা হিৰা প্ৰতিবেশীৰ ওচৰত থকাৰ অসুবিধা হোৱাত তাৰপৰা গৈ তেওঁ পাটবাউসীত সত্র কৰে। এতিয়া আমি দেখিলোঁ যে শঙ্কৰদেৱে

| | | | |
|---|---|---|---|
| আলিপুখুৰীত | ... | ৬০ | বছৰ |
| বৰদোৱাত | .. | ৭ | ” |
| গাংমৌত | .. | ৫ | ” |
| চাঙ্গনিত | .. | | ছ মাহ থাকে। |

মোট ৭২ বছৰ ছমাহ।

ইয়াৰপৰা ধুৱাহাটলৈ যায়। তাতে ৰুক্মিণী কন্যাৰ জন্ম হৈ বিয়াৰ সময় হয়। সেইদেখি যদি ধুৱাহাটত তেওঁ কমপক্ষেও ১০ বছৰ থকাটো ধৰা যায়, তেন্তে আমি পাওঁ তেওঁৰ ৮২ বছৰ বয়সত তেওঁ ধুৱাহাট এৰি কপাললৈ আহে। তেও কাপালত ছমাহ, চুণপোৰাত ছমাহ থাকে; সেইদেখি তেওঁ ভৱানন্দক শৰণ দিয়া কালত ৮৩।৮৪ বছৰ বৰসীয়া বুলি ধৰিব পাৰি। সেইদেখি শঙ্কৰদেৱৰ প্ৰায় ৮০ বছৰ বয়সৰ কালত চৈতন্য প্ৰচাৰিত ধৰ্ম্ম অলপ-অলপকৈ কামৰূপত সোমোৱাটোৰ আভাষ পোৱা যায়। শঙ্কৰদেৱ যেতিয়া ৮০ বছৰীয়া, চৈতন্য তেতিয়া ৪৩।৪৪ বছৰ বৰসীয়া। ২৪ বছৰ বয়সত চৈতন্যই সন্ন্যাস লৈ ধৰ্ম্ম প্ৰচাৰ কৰে।

সেইদেখি তাৰ পিছত ২০ বছৰ কালত চৈতন্য ধৰ্ম্ম নামনি-আসামত অলপ-অচৰপ প্ৰচাৰিত হোৱাটো একো অসম্ভৱ নহয়। শঙ্কৰদেৱৰ পিছত মাধদেৱৰ সময়তো চৈতন্যপন্থী দুই চাৰিজনক মহাপুৰুষীয়া ধৰ্ম্ম দি মহাপুৰুষীয়া কৰা কথা মাধৱদেৱৰ চৰিত্ৰত উল্লেখ আছে; তেওঁলোকৰ ভিতৰত বৰপেটা সত্ৰৰ ধাই পুৰুষ মথুৰাদাস আতাই প্ৰধান।

---

# ষোড়শ অধ্যায়।

শঙ্কৰদেৱেও কৃষ্ণভক্তি আৰু হৰিনামকীৰ্ত্তনমূলক বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰিছিল, চৈতন্যদেৱেও তাকে কৰিছিল। শঙ্কৰদেৱে শিক্ষা দিছিল,—"হৰি নাম বিনা, পাপ-সাগৰত, কাহাৰো নাহি নিস্তাৰ॥ মহা যোগীজনো, ব্ৰহ্ম চিন্তে যাদ, হৰিৰ নাম নলয়ে। সিও ভ্ৰষ্ট হুয়া, সংসাৰত পৰে, চাৰি বেদে হেন কয়॥ ধৰ্ম্ম অৰ্থ কাম, যিতো অভিলাষে, যি চাৱে মোক্ষৰ পথ সিও হৰিনাম, কীৰ্ত্তন কৰিলে, পাৱে সবে মনোৰথ॥ নামৰ মহিমা নাজানি ঋষিসে, আন প্ৰায়শ্চিত্ত বিহে। মৃত্যুসঞ্জীৱনী নাজানিয়া বৈদ্যে, আন ঔষধক দিয়ে॥" "শ্ৰৱণ কীৰ্ত্তনে যাৰ অভ্যাস। নছাড়ে হৰি তাৰ আগি পাস॥" "সকল ধৰ্ম্মতে কৰি বিশিষ্ট। হৰি-কীৰ্ত্তনেসে ধৰ্ম্ম গৰিষ্ঠ॥ অনাদৰি আন ধৰ্ম্ম সম্প্ৰতি। দিওঁ উপদেশ

হৰি ভকতি॥” “কলিৰ ধৰ্ম্ম হৰিনাম জান। পাপীৰ নিন্দাত নিদিবা কাণ॥” “নাম বিনে নাহি কলিত গতি। কলিৰ লোক হৈব পাপমতি। অন্যত্র ধৰ্ম্মে নাহি অধিকাৰ। জানিবা কলিত নামেসে সাৰ॥” “মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ। এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥” চৈতন্যদেৱেও বৃহন্নৰাদীয় পুৰাণে কোৱা “হৰের্নাম হৰের্নাম হৰের্নামৈব কেবলং। কলৌ নাস্ত্যেব নাস্ত্যেব নাস্ত্যেব গতিৰন্যথা॥” এই কথাকে প্রচাৰ কৰিছিল। চৈতন্যদেৱে শ্রীমদ্ভাগবতোক্ত “শ্রৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেবনম্। অৰ্চ্চনং বন্দনং দাস্যং সখ্যমাত্মনিবেদনম্। ইতি পুংসার্পিতা বিষ্ণৌ ভক্তিশ্চেন্নবলক্ষণা। ক্রিয়তে ভগবত্যদ্ধা তন্মন্যেহধীতমুত্তমম্;” এই ন বিধ ভক্তি বৈষ্ণৱৰ সাৰ কাৰ্য্য বুলি প্রচাৰ কৰিছিল। শঙ্কৰদেৱেও—“শ্রৱণ, কীৰ্ত্তন, স্মৰণ, বিষ্ণুৰ অৰ্চ্চন, পদসেৱন দাস্য, সখিত্ব, বন্দন, বিষ্ণুত কৰিব দেহা অৰ্পণ॥ নৱ বিধ ভক্তি বিষ্ণুত আচৰে সোহসে পাঠ উত্তম।” এই ন বিধ ভক্তি বৈষ্ণৱৰ সাৰ কাম বুলি প্রচাৰ কৰিছিল। দিনে ৰাতিয়ে শঙ্কৰদেৱে সত্র সভা পাতি ভকতসকলেৰে সৈতে হৰিনাম শ্রৱণ কীৰ্ত্তন কৰি থকাটো আৰু হৰিমন্দিৰ মাৰ্জ্জন আদি কাৰ্য্য কৰাটো জীৱনৰ প্রধান কাম বুলি ভাৰিছিল। চৈতন্য দেৱেও—“যুগধৰ্ম্ম প্রবৰ্ত্তাইমু নাম সংকীৰ্ত্তন। চাৰি ভাব ভক্তি দিয়া নাচাইমু ভুবন॥” কৈ দিনে ৰাতিয়ে সংকীৰ্ত্তনত মতলীয়া হৈ নাচি সঙ্কীৰ্ত্তন কৰি ফুৰিছিল—অৱশ্যে সত্র সভা পাতি নহয়—আৰু পুৰীত গুণ্ডিচা মন্দিৰ মাৰ্জ্জন কৰিছিল। “আৰ দিন প্রভাতে প্রভু লইয়া নিজগণ। শ্রীহস্তে সভাৰে অঙ্গে লেপিল

চন্দন॥ শ্রীহস্তে সভাৰে দিল একেক মাৰ্জ্জনী। সবগণ লৈয়া প্ৰভু চলিলা আপনি॥ গুণ্ডিচা মন্দিৰে গেলা কৰিতে মাৰ্জ্জন। প্ৰথমে মাৰ্জ্জনী লঞা কৰিল শোধন।"—(চৈতন্য-চৰিতামৃত")। তেওঁলোক দুয়ো প্ৰেমভক্তি ভাবক প্ৰাধান্য দিছিল। কিন্তু দুইৰো প্ৰেমভক্তিভাবৰ পাৰ্থক্য আছিল। চৈতন্যদেৱৰ প্ৰেমভক্তিভাব গোপীৰ প্ৰেমভক্তিভাব, ঘাইকৈ ৰাধিকাৰ প্ৰেমভক্তিভাব ; শঙ্কৰদেৱৰ প্ৰেমভক্তিভাব কৃষ্ণৰ দাসৰ প্ৰেমভক্তিভাব। অধিক কি, চৈতন্যাৱতাৰৰ মুখ্য উদ্দেশ্য ৰাধিকাৰ প্ৰেমভক্তিভাব প্ৰকাশ কৰাহে। "অষ্টাবিংশ চতুৰ্যুগে দ্বাপৰেৰ শেষে। ব্ৰজেৰ সহিতে হয় কৃষ্ণেৰ প্ৰকাশে॥ দাস্য সখ্য বাৎসল্য শৃঙ্গাৰ চাৰি ৰস। চাৰি ভাবে ভক্ত যত কৃষ্ণ তাৰ বশ॥ দাস সখা পিতা মাতা কান্তাগণ লঞা। ব্ৰজে ক্ৰীড়া কৰে কৃষ্ণ প্ৰেমাবিষ্ট হৈয়া॥ যথেষ্ট বিহৰি কৃষ্ণ কৰে অন্তৰ্দ্ধান। অন্তৰ্দ্ধান কৰি মনে কৰে অনুমান। চিৰকাল নাহি কৰি প্ৰেম-ভক্তিদান। ভক্তি বিনা জগতেৰ নাহি অবস্থান॥.. যুগধৰ্ম্ম প্ৰবৰ্ত্তাইমু নাম সংকীৰ্ত্তন। চাৰি ভাব ভক্তি দিয়া নাচাইমু ভুবন॥ আপনি কৰিব ভক্তভাব অঙ্গীকাৰে। আপনি আচৰি ভক্তি শিখাইমু সবাৰে॥"—চৈতন্য চৰিতামৃত। শঙ্কৰদেৱৰ প্ৰেমভক্তি উদ্ধৱৰ ভক্তি। উদ্ধৱক যেতিয়া শ্ৰীকৃষ্ণই "বিৰহে আকুল গোপীক জানি। উদ্ধৱক মাতি বুলিলা বাণী॥ আমাৰ পৰম তুমি ভকত। যায়ো গোকুলক চৰি ৰথত॥ বচন-সন্দেশ গোপীক কই। প্ৰবোধ দিবা কতো দিন ৰই॥" (কীৰ্ত্তন) এই বুলি গোকুললৈ পঠিয়ালে, গোকুলত উদ্ধৱে গোপীৰ কৃষ্ণ-

প্ৰেম কৃষ্ণময় ভাব দেখি আচৰিত হৈ তেওঁলোকক সেৱা কৰি তেওঁলোকৰ ভাৰৰ ধূলি নিজৰ শিৰত তুলি লৈছিল,—"উদ্ধৱে গোপীৰ দেখিয়া ভাব। বিস্ময হুয়া শিৰবাইলা গাৱ॥ নন্দৰ ব্ৰজে যত গোপীজাক। শিৰে বন্দো তান পদধূলাক॥"- কীৰ্ত্তন। শঙ্কৰৰ কৃষ্ণভক্তি দাস্য ভাবত। তেওঁ "কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে কহে" কথায় পতি কয। এফাকি ৰচনাৰ ভণিতাতো সুবিধা পালে সেইষাৰ কথা তেওঁ কবলৈ নাপাহৰে। চৈতন্যৰ কৃষ্ণভক্তি কান্ত কান্তাৰ প্ৰেমভাবত।

চৈতন্যদেৱে কেশৱ ভাৰতীৰ ওচৰত সন্ন্যাস ধৰ্ম্ম লৈছিল। চৈতন্যদেৱৰ ককায়েক বিশ্বৰূপে তাৰ অনেক দিনৰ আগেয়ে সন্ন্যাস গ্ৰহণ কৰি গৃহ পৰিত্যাগ কৰি গুচি গৈছিল। সন্ন্যাসী সম্প্ৰদায় বেদান্তবিহিত অদ্বৈতবাদী বৈৰাগী বুলি প্ৰখ্যাত। চৈতন্য-দেৱ যদিও সন্ন্যাসী আছিল, বেদান্তৰ অদ্বৈতবাদত তেওঁৰ আস্থা নাছিল, সেইদেখি সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰে সৈতে তেওঁৰ চিনা-পৰিচয় হওঁতে তেওঁৰ বিষয়ে তেওঁৰ আগতে গোপীনাথ আৰু ভট্টাচাৰ্য্যৰ ভিতৰত এনে কথা-বাৰ্ত্তা হৈছিল "গোপীনাথ কহে ইহাৰ নাম শ্ৰীকৃষ্ণ চৈতন্য। গুৰু ইহাৰ কেশৱভাৰতী মহাধন্য॥ সাৰ্ব্বভৌম কহে এই নাম সৰ্ব্বোত্তম। ভাৰতীসম্প্ৰদায় ইহোঁ হয়েন মধ্যম॥ গোপীনাথ কহেন ইহাঁৰ নাহি বাহ্যাপেক্ষা। অতএব বড় সম্প্ৰদায় কৰিল উপেক্ষা॥ ভট্টাচাৰ্য্য কহে ইহাঁৰ প্ৰৌঢ় যৌবন। কেমনে সন্ন্যাস ধৰ্ম্ম হইবে ৰক্ষণ॥ নিৰন্তৰ ইহাঁৰে আমি বেদান্ত শুনাইব। বৈৰাগ্য অদ্বৈতমাৰ্গে প্ৰবেশ কৰাইব॥ কহেন যদি পুনৰপি যোগপট্ট দিয়া। সংস্কাৰ কৰিয়ে উত্তম সম্প্ৰদায় আনিয়া॥"

ইয়াৰ পিছত সাৰ্বভৌম ভট্টাচাৰ্য্যৰে সৈতে চৈতন্যদেৱৰ তৰ্ক হওঁতে অদ্বৈতবাদৰ বিৰুদ্ধে চৈতন্যদেৱে এনেদৰে কৈছিল— "সচ্চিদানন্দ হয় ঈশ্বর স্বৰূপ। তিনি অংশে চিচ্ছক্তি হয় তিন ৰূপ॥ আনন্দাংশে হ্লাদিনী সদংশে সন্ধিনী। চিদংশে সংবিৎ যাৰে জ্ঞান করি মানি॥ অন্তরঙ্গা চিচ্ছক্তি তটস্থা জীব শক্তি। বহিরঙ্গা মায়া তিনে করে প্রেমভক্তি॥ ষড়বিধ ঐশ্বর্য্য প্রভুর চিচ্ছক্তি-বিলাস। হেন শক্তি নাহি মান পরম সাহস॥ মায়াধীশ মায়াবশ ঈশ্বরে জীবে ভেদ। হেন জীব ঈশ্বর সনে কহত অভেদ॥ গীতা শাস্ত্র জীবস্বৰূপ শক্তি করি মানে। হেন জীবে অভেদ কর ঈশ্বরের সনে॥" ইয়াৰ পিছতো তেওঁ তেওঁৰ ঠাইত "মই মায়াবাদী সন্ন্যাসী মোক বৈষ্ণৱতত্ত্বত উপদেশ দিয়ক," বুলি বিনয় কৰি আনৰপৰা বৈষ্ণৱ ধৰ্ম্মৰ তত্ত্ব শুনিছিল। মহাবৈষ্ণৱ ৰামানন্দ ৰায়ৰ সৈতে দেখা হওতে ৰায়ক চৈতন্যই কৈছিল "প্রভু কহে তুমি মহাভাগবতোত্তম। তোমার দর্শনে সভার দ্রব হৈল মন॥ আনের কা-কথা মায়াবাদী সন্ন্যাসী। আমিহ তোমার স্পর্শে কৃষ্ণপ্রেমে ভাসি॥" ইয়াৰ দ্বাৰাই যদিও স্পষ্টকৈ দেখা যায় যে তেওঁ সন্ন্যাসী-সুলভ বিশ্বাস অদ্বৈতবাদৰ বিপক্ষ আছিল, তথাপি তেওঁৰ বংশগত শিক্ষাগত আৰু সম্প্ৰদায়গত অদ্বৈতবাদৰ ছাঁ তেওঁ তেওঁৰ গাত নপৰাকৈ ৰাখিব নোৱাৰিছিল। কাৰণ তেওঁৰ অদ্বৈতবাদ শ্ৰীমতী ৰাধাৰে সৈতে একত্ব অভেদতাত পৰিণত হৈছিল। তেওঁ নিজক ৰাধাভাবৰ দ্বাৰাই অনুপ্ৰাণিত কৰি সম্পূৰ্ণৰূপে ৰাধা সাজি ব্ৰজভাব অনুভৱ কৰি কৃষ্ণপ্ৰেম সম্ভোগ কৰাটোকেই তেওঁৰ ধৰ্ম্মজীৱনৰ প্ৰধান উদ্দেশ্য কৰিছিল।

(১) "ৰাধা কৃষ্ণ প্ৰণয় বিকৃতিহ্লাদিনী শক্তিৰস্মাদেকাত্মানাবপি ভুবি পুৰা দেহভেদং গতৌ তৌ। চৈতন্যাখ্যং প্ৰকটমধুনা তদ্বয়ং চৈক্যমাপ্তং। ৰাধাভাবদ্যুতি সুবলিতং নৌমি কৃষ্ণ স্বৰূপং॥" (২) "শ্ৰীৰাধায়াঃ প্ৰণয়মহিমা কীদৃশোবানয়ৈবাস্বাদ্যো যেনদ্ভুতমধুৰিমা কীদৃশো বা মদীয়া। সৌখ্যং চাস্যা মদনুভবতঃ কীদৃশং বেতি লোভাত্তদ্ভাবাঢ্যঃ সমজনি শচীগৰ্ভসিন্ধৌ হৰীন্দুঃ॥"
—শ্ৰীৰূপগোস্বামী।

(১) অৰ্থাৎ শ্ৰীমতী ৰাধিকাই কৃষ্ণপ্ৰেমৰ বিলাসৰূপিণী হ্লাদিনী শক্তি, সেইদেখি ৰাধ কৃষ্ণ একাত্মা হৈও অনাদিকালৰপৰা বিলাস বাসনা কৰি জগতত দেহভেদ স্বীকাৰ কৰিছিল॥ সম্প্ৰতি দুয়ো একত্ব প্ৰাপ্ত হৈ চৈতন্যৰূপে আবিভূ'ত হৈছে। এইবাৰে ৰাধাভাব আৰু ৰাধাকান্তিবিশিষ্ট কৃষ্ণস্বৰূপ কৃষ্ণ চৈতন্যদেৱক নমস্কাৰ কৰেঁ।

২) অৰ্থাৎ শ্ৰীমতী ৰাধিকাৰ প্ৰেমমহিমা কেনেকুৱা, শ্ৰীমতীয়ে প্ৰেমেৰে সৈতে যি আস্বাদন কৰে মোৰ সেই বিচিত্ৰ মধুৰিমাই বা কেনেকুৱা, আৰু মোৰ অনুভৱৰপৰা শ্ৰীমতীয়ে যি আনন্দ লাভ কৰে সেই আনন্দই বা কেনেকুৱা, এই তিনটি বিষয়ত লোভৰ বশবৰ্ত্তী হৈ শচীগৰ্ভৰূপ সমুদ্ৰত ৰাধাভাবযুক্ত হৈ কৃষ্ণৰূপ চন্দ্ৰ আবিৰ্ভাব হল।

কৃষ্ণমুখ আস্বাদে প্ৰেম নাম সঙ্কীৰ্ত্তন॥" "নিজভাবে কৰে কৃষ্ণমুখ আস্বাদনে॥" "আপনা আস্বাদিতে কৃষ্ণ কৰেন যতন॥" "ৰাধাকৃষ্ণ এক আত্মা দুই দেহ ধৰি। অন্যোন্যে বিলসয়ে ৰস আস্বাদন কৰি॥ সেই দুই এক এবে চৈতন্য গোসাই। ৰস আস্বাদিত দোঁহে হৈল এক ঠাই॥"—চৈতন্য চৰিতামৃত।

শাস্তবিক চৈতন্যই নিজকে ৰাধা বুলি ভাবি কৃষ্ণপ্ৰেমত মত্ত হৈ ফুৰা দেখা যায, আৰু তেওঁৰ প্ৰচাৰিত প্ৰেমভক্তিৰ বিশেষত্বও তাতেহে। চৈতন্যচৰিতামৃত গ্ৰন্থত আছে "শেষ যে ৰহিল প্ৰভু দ্বাদশ বৎসৰ। কৃষ্ণেৰ বিৰহ স্ফূৰ্ত্তি হয় নিৰন্তৰ॥ শ্ৰীৰাধিকাৰ চেষ্টা যৈছে উদ্ধৱ দৰ্শনে এই মত দশা প্ৰভুৰ হয় ৰাত্ৰি দিনে॥ নিৰন্তৰ হয় প্ৰভুৰ বিৰহ উন্মাদ। ভ্ৰমময় চেষ্টা সদা প্ৰলাপময বাদ॥ চটক পৰ্ব্বত দেখি গোবৰ্দ্ধন ভ্ৰমে। ধাইযা-চলে আৰ্ত্তনাদে কৰিযা ক্ৰন্দন॥ উপবনোদ্যান দেখি বৃন্দাবন জ্ঞান। তাঁহা যাই নাচে গায় ক্ষণে মূৰ্চ্ছা যান॥ কাহা কৰোঁ কাঁহা পাও ব্ৰজেন্দ্ৰনন্দন। কাহা মোৰ প্ৰাণনাথ মুৰলীবদন। উপজিল প্ৰেমাঙ্কুৰ, ভাঙ্গিল যে দুঃখ-পূৰ, কৃষ্ণ তাহা নাহি কৰে পান। বাহিৰে নাগৰৰাজ, ভিতৰে শঠেৰ কাজ, পৰনাৰী বধে সাবধান॥ সখি হে না বুঝিয়ে বিধিৰ বিধান। সুখ লাগি কৈল প্ৰীত, হৈল দুঃখে বিপৰীত, এবে যায় নাৰহে পৰাণ।... নাৰীৰ যৌবনধন. যাবে কৃষ্ণ কৰে মন, সে যৌবন দিন দুই চাৰি॥ অগ্নি যৈছে নিজধাম, দেখায়া অভিৰাম, পতঙ্গেৰে আকৰ্ষিযা মাৰে। কৃষ্ণ ঐছে নিজগুণ, দেখাইয়া হৰে মন, পাছে দুঃখ-সমুদ্ৰেতে ডাৰে॥ এতেক বিলাপ কৰি, বিষাদে শ্ৰীগৌৰহৰি, উঘাড়িযা দুঃখেৰ কবাট।... যে কালে বা স্বপনে, দেখিনু বংশীবদনে, সেইকালে আইলা দুই বৈৰী আনন্দ আৰ মদন, হৰি নিল মোৰ মন, দেখিতে না পাইনু নেত্ৰ ভৰি ... "তুমি দেব ক্ৰীড়াৰত, ভুবনেৰ নাৰী যত, তাহে কৰ অভীষ্ট-ক্ৰীড়ন। তুমি আমাৰ দয়িত, মোতে বৈসে তোমাৰ চিত, মোৰ

ভাগ্যে কৈলে আগমন ॥ ..তুমি নাথ ব্রজপ্রাণ, ব্রজেৰ কৰ পৰিত্রাণ, বহু কার্য্যে নাহি অবকাশ। তুমি আমাৰ ৰমণ, সুখ দিতে আগমন, এ তোমাৰ বৈদগ্ধবিলাস ॥"—চৈতন্যচৰিতামৃত।

পদকল্পতৰু পুথিত আছে, শ্রীৰাধিকাই তমাল গছ দেখি কৃষ্ণভ্রম কৰি—"বিজনে আলিঙ্গই তৰুণ তমাল," আৰু চণ্ডীদাসৰ কবিতাত আছে, মেঘ দেখি "চাহে মেঘপানে, নাচালে নয়নেৰ তাৰা।" চৈতন্যইও "চটক পর্বত দেখি গোবৰ্দ্ধনে ভ্রমে, ধাঞা চলে আৰ্ত্তনাদ কৰিবা ক্রন্দনে।" "যাহা নদী দেখে তাহা মানয়ে কালিন্দী।" "তমালেৰ বৃক্ষ এক সম্মুখে দেখিয়া। কৃষ্ণ বুলি ধেয়ে গিয়ে ধৰে জড়াইয়া ॥" শ্রীৰাধিকাই—'পুছয়ে কানুৰ কথা ছল ছল আঁখি। কোথায় দেখিলা শ্যাম কহ দেখি সখি ॥"—(চণ্ডীদাস)। চৈতন্যইও —'গদাধৰে দেখি প্রভু কৰয় জিজ্ঞাস। কোথা হৰি আছেন শ্যামল পীতবাস।"—(চৈতন্যভাগৱত)।

শঙ্কৰৰ ধৰ্ম্মত উপাস্য উপাসকৰ ভাব প্রবল; শ্রীকৃষ্ণ তেওঁৰ উপাস্য, তেওঁ শ্রীকৃষ্ণৰ উপাসক। উপাস্যউপাসকৰ ভিতৰত যি দৃঢ় ভক্তি দৃঢ় আকৰ্ষণ দৃঢ় সম্বন্ধ সেই ভক্তি সেই আকৰ্ষণ সেই প্রেম সেই সম্বন্ধহে শঙ্কৰৰ বস্তু; প্রণয়ী আৰু প্রণয়িনীৰ সম্ভোগস্পৃহাজনিত প্রেম তৃপ্তি, তাৰ ব্যাঘাতত ওপজা কষ্ট, আৰু দীৰ্ঘবিৰহজনিত কাতৰপৰা ওপজা উদ্ভ্রান্ত প্রেম নহয়। বেদান্তৰ অদ্বৈতবাদৰ পৰা জন্ম হোৱা চৈতন্যদেৱৰ নতুন বৈষ্ণবী-অদ্বৈতবাদ শঙ্কৰদেৱত নাই। শঙ্কৰ সদায় কৃষ্ণৰ কিঙ্কৰ, কৃষ্ণৰ দাস; তেওঁ কৃষ্ণৰ দয়িতা বা প্রণয়িনী নহয়। উপাস্য উপাসকৰ প্রভেদ নথকাতে শ্রীমদ্ভাগৱতৰ দশম স্কন্ধত

বর্ণিত গোপীৰ ভাব,—"কতোজনী কৃষ্ণ হুয়া বাৱে বংশী তুলি।
.. .. কৃষ্ণময় হুয়া কতো আনন্দতে চলে॥ .. .নকৰিবা ভয় বুলি
কতো গোপী মাতে। মই কৃষ্ণ আছোঁ কি ক'ৰব বৃষ্টি বাতে॥......
ধৰিলোঁ মন্দৰ হেৰ চাপ নিৰন্তৰ॥' ইত্যাদি। চৈতন্যৰ এই
সোঽহং ভাব, "মুঞি সেই মুঞি সেই কহি কহি হাসে "—চৈতন্য
ভাগৱত। বিদ্যাপতিৰ গীততো এই কথা "অনুখন মাধৱ মাধৱ
সোঙৰিতে সুন্দৰী ভেল মাধাই॥" জয়দেৱৰ বৰ্ণনাতো এই,—
"মুহুৰবলোকিতমণ্ডনলীলা। মধুৰিপুৰহমিতি ভাবনশীলা।' কিন্তু
শঙ্কৰে উপাস্য উপাসকৰ প্রভেদ সাৱধানে ৰাখিছিল; কাৰণ তেওঁ
জানিছিল, যে কান্ত আৰু প্রণয়িণীৰ প্রেম যদিও খুব ওখ তথাপি
সাধাৰণ লোকৰ হাতত পৰি সি নিশ্চয় অধোগতি প্রাপ্ত হব।
সংসাৰীৰ সংসাৰ ধৰ্ম্মত সেইভাব কাৰ্য্যকৰ নহয় বৰং বিপদজনক।
সন্ন্যাসধৰ্ম্মত, প্রতিভাশালী ধৰ্ম্মসংস্থাপকে গুৰিতে সেই ভাব ভালে
ৰাখিলেও পিছত শিষ্যসকলৰ দ্বাৰাই যে তাৰ দুৰ্দ্দশা ঘটিব,
সেইটো দূৰদৰ্শী শঙ্কৰদেৱে তালকৈ জানিছিল। সঁচাকৈ চৈতন্য
প্রচাৰিত ধৰ্ম্মত তেনে ঘটিলো, আৰু সেই ধৰ্ম্মৰ অৱনতিৰ সিয়েই
এটা ঘাই কাৰণ।

"শ্যামমেব পৰংৰূপং পুৰীমাধুপুৰী বৰা। বয়ঃ কৈশোৰকং
ধ্যেয়মাদ্যএব পৰো ৰসঃ॥"—পদাবলী। অৰ্থাৎ ৰূপৰ ভিতৰত
শ্যামৰূপ, পুৰীৰ ভিতৰত মথুৰাপুৰী, বয়সৰ ভিতৰত কৈশোৰ আৰু
ৰসৰ ভিতৰত আদিৰস শ্রেষ্ঠ; এইটো চৈতন্য প্রচাৰিত ধৰ্ম্মৰ
মূলমন্ত্র। শঙ্কৰ প্রচাৰিত ধৰ্ম্মত, বাঘজৰী ছিগিলেই ভয়ানক
বিপদজনক উদ্দাম আদিৰসৰ এনে প্রধান্য নাই আৰু সেই

বাৰে শঙ্কৰ প্ৰচাৰিত ধৰ্ম্মৰ আসন চৈতন্য প্ৰচাৰিত ধৰ্ম্মতকৈ ওখ।

শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱধৰ্ম্ম নিৰিহ-নিপানীকৈ শ্ৰীমদ্ভাগৱতৰ পৰা অনা ধৰ্ম্ম। চৈতন্যৰ প্ৰচাৰিত বৈষ্ণৱধৰ্ম্ম অকল যে শ্ৰীমদ্ভাগৱতানুমোদিত এনে নহয়, সি ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ, বৃহন্নাৰদীয় পুৰাণ, আৰু ঘাইকৈ জয়দেৱৰ গীতগোবিন্দ, বিদ্যাপতি আৰু চণ্ডীদাসৰ কবিতা, ৰামানন্দ ৰায় আদিৰ নাটক, ৰূপ সনাতনৰ সংস্কৃত কৃষ্ণলীলাৰ গ্ৰন্থ আদিৰ ভাবেৰে সান-মিহলি। তেওঁ তেওঁৰ ৰাধা-ভাবৰ নিমিত্তে য'ৰপৰা যি সেই ভাবৰ পৰিপোষক পাইছিল তাৰেই তেওঁৰ বৈষ্ণৱধৰ্ম্ম ডাঙৰ-দীঘল কৰিছিল। বাস্তবিকতে কবলৈ গলে, বিদ্যাপতি, চণ্ডীদাস আৰু জয়দেৱৰ কবিতা হে তেওঁৰ প্ৰচাৰিত ধৰ্ম্মৰ আৰু ঘাইকৈ তেওঁৰ মনত কৃষ্ণ-প্ৰেমৰ উৎপাদক বুলিব লাগে। চৈতন্যৰ অতিৰিক্ত ভাবপ্ৰবণ মনত বিদ্যাপতি চণ্ডীদাস আৰু জয়দেৱৰ ৰচিত কবিতা অঙ্কুৰিত বৰ্দ্ধিত আৰু পুষ্পিত হৈ উঠিছিল। তেওলোকে কবিতা কাৰ ৰাধাকৃষ্ণৰ প্ৰেমৰ বিষয়ে, ৰাধাৰ কৃষ্ণবিৰহৰ বিষয়ে যি লেখিছিল, চৈতন্যই সেইবোৰ তেওঁৰ জীবনত অভিনয় কৰি প্ৰকৃত যেনকৈ দেখুৱাবলৈ চেষ্টা কৰিছিল। একেই চৈতন্যৰ অতিৰিক্ত ভাবপ্ৰবণতা (**Sentimentalism**), প্ৰতিভাসুলভ বুদ্ধিৰ প্ৰখৰতা আৰু প্ৰগাঢ় পাণ্ডিত্য, তাৰ ওপৰত তেওঁৰ "জিনিয়য়চ" (**Genius**) সুলভ অৰ্থাৎ নবনবোন্মেষশালিনী বুদ্ধিসুলভ "একৃচেণ্ট্ৰিচিটি" (**eccentricity**) কেন্দ্ৰভ্ৰষ্ট বৈষম্য, এই এটাইবোৰে মিলি তেওঁক জয়দেৱ বিদ্যাপতি আৰু চণ্ডীদাসৰ কবিতাময়

ভাববোৰ নিজৰ জীৱনত সাকাৰ কৰি লবলৈ সুবিধা দিছিল। আমাৰ বিশ্বাস, জয়দেৱ বিদ্যাপতি আৰু চণ্ডীদাসৰ জন্ম আগেয়ে নোহোৱাহেঁতেন নিমাই বিশ্বম্ভৰ শ্ৰীকৃষ্ণ চৈতন্য হোৱাটো অসম্ভৱ হলহেঁতেন। চণ্ডীদাসৰ বৰ্ণিত পূৰ্ব্বৰাগ, ৰাধিকাৰ ব্যাকুল বিৰহ, মধুৰ প্ৰেম আৰু দিব্যোন্মাদ চৈতন্যদেৱে নকল কৰি নিজৰ কৰি নিজৰ জীৱনত দেখুৱালে॥ ৰাধাই চণ্ডীদাসৰ কবিতাত "জলদ নেহাৰি নয়নে ঝৰু লোৰ," কৃষ্ণ ভ্ৰমত তমাল কৰি কুসুমলতা আলিঙ্গন আৰু একদৃষ্টে মযুৰ ময়ূৰীৰ কণ্ঠ নিৰীক্ষণ কৰিছিল, চৈতন্যইও তেওৰ জীৱনত অনেকবাৰ তেনেকুৱা কৰিছিল। চণ্ডীদাসে কৃষ্ণবিৰহত ৰাধাৰ অজ্ঞান অৱস্থা বৰ্ণনা কৰি লেখিছে—"তুলাখানি দিল নাসিকা মাঝে। তবে সে বুঝিল শোয়াস আসে॥ চৈতন্যচৰিতামৃত গ্ৰন্থত আছে—"আবেশে চলিলা প্ৰভু জগন্নাথ মন্দিৰে। জগন্নাথ দেখি প্ৰেমে হইলা অস্থিৰে॥ জগন্নাথ আলিঙ্গিতে চলিলা ধাইয়া। মন্দিৰে পড়িলা প্ৰেমে আবিষ্ট হইয়া॥ শ্বাস প্ৰশ্বাস নাহি উদৰ স্পন্দন। দেখিয়া চিন্তিত হৈল ভট্টাচাৰ্য্যৰ মন॥ সূক্ষ্ম তুলা আনি নাসা-অগ্ৰেতে ধৰিল। ঈষৎ চলয়ে তুলা দেখি ধৈৰ্য্য হৈল॥" চণ্ডীদাসে লেখিছে -ৰাধাই কৃষ্ণ নাম শুনিলে কৃতজ্ঞ হৈ প্ৰেমত সেই নাম উচ্চাৰণ কৰোঁতাজনক ভৰিত ধৰিছিলি,— "অকথন বেয়াধি এ কহা নাহি যায়। যে কৰে কানুৰ নাম ধৰে তাৰ পায়॥ পায় ধৰি কাঁদে সে চিকুৰ গড়ি যায়। সোণাৰ পুতলী যেন ভূতলে লোটায়॥" গোবিন্দ দাসৰ কৰচাত আছে, চৈতন্যৰ "কৃষ্ণ অনুৰাগে সদা আকুল হৃদয়। শুনিলে কৃষ্ণৰ

নাম অশ্রুধাৰা বয়॥ প্রাণ কৃষ্ণ বুলি যদি দৈবে কেহ ডাকে। ধেয়ে গিয়ে আলিঙ্গন কৰেন তাহাকে॥” চণ্ডীদাসৰ কবিতাত আছে,—ৰাধাই “পুছয়ে কানুৰ কথা ছল ছল আঁখি। কোথায় দেখিলা শ্যাম কহ দেখি সখি॥” চৈতন্য ভাগৱতত আছে,—চৈতন্যই ও “গদাধৰে দেখি প্রভু কৰয় জিজ্ঞাস। কোথা হৰি আছেন শ্যামল পীতবাস॥” চণ্ডীদাসে লেখিছে, মাটিত ৰাধাই নখেৰে কৃষ্ণ নাম লেখি সুখী হৈছিল—“ভৰমে তোমাৰ নাম ক্ষিতি তলে লিখি॥” “চৈতন্য-ভাগৱতত” আছে—চৈতন্যই “ক্ষণে পৃথিবীতে লেখে ত্রিভঙ্গ আকৃতি। চাহিয়া ৰোদন কৰে ভাসে সব ক্ষিতি॥”

শ্রীমদ্ভাগৱতত আছে, গোপীসকলে ৰাসক্রীড়াৰ মাজতে কৃষ্ণক হেৰুৱাই কৃষ্ণ বিৰহত কাতৰ হৈ কৃষ্ণক বিচাৰি বিচাৰি নেপাই কৃষ্ণলীলাৰ অভিনয় কৰিছিল,—“পূতনাৰ বেশে কতোজনী দেয় স্তন। কতো হুয়া কৃষ্ণশিশু শোসয় জীৱন॥ কতো গোপী থাকে যেন শকত আকাৰে। কৃষ্ণ হুয়া ওভতাৱে চৰণ-প্রহাৰে॥ কতো গোপী বসে শিশুকৃষ্ণ ৰূপ ধৰি॥ তৃণাৱৰ্ত্ত হুয়া কতো গোপী নেয় হৰি॥ কৃষ্ণ হুয়া কেহোজনী ফুৰে অঠু কাঢ়ি। কঙ্কালত ঘাঘৰ ঘুঙুৰা কৰে সাৰি॥” ইত্যাদি। (শঙ্কৰদেৱ প্রণীত কার্ত্তন)। কিন্তু কৃষ্ণবিৰহত কাতৰ ৰাধিকাৰ ভাবাপন্ন চৈতন্যদেৱে যাইকৈ বিদ্যাপতি, চণ্ডীদাস, আদি কৱিসকলৰ বৰ্ণিত ৰাধিকাৰ অভিনয় হে কৰিছিল, শ্রীমদ্ভাগৱতৰ গোপীসকলে কৰা কৃষ্ণৰ অভিনয় সিমান নহয়। শ্রীমদ্ভাগৱতত ৰাধিকাৰ নাম একেবাৰেই নাই। তাত কৃষ্ণৰ এজন

বিশেষ সুৰাগৰ পাত্র গোপী যাক কৃষ্ণই লৈ আনবিলাক গোপীক এৰি এবাৰ অন্তৰ্দ্ধান হৈ গৈছিল, এনে গোপী এজনাৰ যৎকিঞ্চিত আভাষ দেখিবলৈ পোৱা যায় মাথোন। ৰাধা নামৰ গোপীৰ উল্লেখ আন আন গোপীৰ লগত এবাৰ মাথোন পোৱা যায়। সেই ৰাধাও দহৰ লগৰ এজনা আৰু বিশেষত্ববৰ্জ্জিত। শ্রীমদ্ভাগৱতৰ ৰাধা ৰাই ৰাধা নহয়, প্ৰধানা গোপী নহয়।—"অনেক সহস্র গোপীৰূপে অনুপাম। শুনা তাসম্বাৰ মুখ্য মুখ্য কিছু নাম॥ ইন্দুমতী, মদনমঞ্জৰী, ৰত্নমালা। পদ্মাৱতী, কুন্তী, কুমুদিনী, চন্দ্ৰকলা॥ ৰোহিণী, হৰিণী, স্বয়ম্বৰী, বিদ্যাধৰী। মাধবী. ৰাধিকা, মধুমতী, মন্দোদৰী॥ ইত্যাদি,—দশম স্কন্ধ। ইয়াৰ দ্বাৰাই স্পষ্টকৈ বুজা যায়, যে চৈতন্যৰ ৰাধা শ্রীমদ্ভাগৱতৰ পিছৰ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ ৰাধা; আৰু তাৰো অনেক কালৰ পিছৰ জয়দেৱ, বিদ্যাপতি, চণ্ডীদাস আদি কবিসকলৰ ৰাধা। ভাগৱতী বৈষ্ণৱধৰ্ম্ম প্ৰচাৰক শ্রীশঙ্কৰদেৱৰ দশম কীৰ্ত্তন আদি কোনো পুথিত, তেওঁৰ গীত ভটিমা আদি কতো সেইদেখি ৰাধাৰ নাম নাই, ৰাধাৰ প্ৰেমৰ বিশেষত্ব নাই; কাৰণ তেওঁৰ প্ৰচাৰিত ধৰ্ম্মৰ গুৰি শ্ৰীমদ্ভাগৱত। তেওঁৰ নাট গীত পদ ভটিমা চপয় আদিত ৰুক্মিণী, সত্যভামা আদি কৃষ্ণৰ মহিষীৰ গুণ নাম আছে, মুঠতে গোকুলৰ গোপীসকলৰ কৃষ্ণভকতি কৃষ্ণপ্ৰেমৰ কথা আছে, কিন্তু চৈতন্যৰ ৰাধাৰ প্ৰেম, ৰাধাৰ নাম নাই। মুঠতে শ্ৰীমদ্ভাগৱতত যি নাই, শঙ্কৰদেৱৰ পুথিত, শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মত সি নাই। শঙ্কৰ চৈতন্যৰ শিষ্য হোৱাহেঁতেন ধৰ্ম্মবিষয়ত তেওঁলোকৰ ভিতৰত এনে **Fundamental difference** মৌলিক প্ৰভেদ হব পাৰিলেহেঁতেন নে? গোকুলৰ গোপীসকল শঙ্কৰৰ মানত কৃষ্ণৰ

মহাভক্ত, মহাপ্ৰেমিকা ; উদ্ধৱৰ দৰে শঙ্কৰে তেওঁলোকৰ ভৰিৰ ধূলি নিজৰ শিৰত লব, কিন্তু তেওঁলোকে কৃষ্ণৰে সৈতে আৰু কৃষ্ণৰ বিৰহত কৰা কেলিৰ অভিনয় নকৰে। অকল সিয়েই নহয়, তেওঁ তেওঁৰ দশম কীৰ্ত্তনত কৈছে—"কৈৰ কামাতুৰা অনাচাৰী গোপ-নাৰী। কৰিলে অধীন দেখা ঈশ্বৰ মুৰাৰী॥ ভকতি কৰিলে কৃষ্ণে একো নবাছন্ত। হেন জানি সৰ্ব্বজনে ভজা ভগৱন্ত॥" "একে স্ত্ৰী বনচাৰী আৰো ব্যভিচাৰী। তাহাৰো অধীন ভৈলা ঈশ্বৰ মুৰাৰি॥ নাবাছে অজাতি জাতি পাপা পুণ্যৱন্ত। ভকতিসে বশ্য কিন্তু প্ৰভু ভগৱন্ত॥"—দশম। এইয়েই শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰে সৈতে চৈতন্যদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ ঘাই প্ৰভেদ। চৈতন্য প্ৰচাৰিত ধৰ্ম্মৰে সৈতে শঙ্কৰ প্ৰচাৰিত ধৰ্ম্মৰ এনে মৌলিক প্ৰভেদ থকাতো শঙ্কৰে চৈতন্যৰ পৰা ধৰ্ম্ম পোৱা বুলি কোৱা কথা অতি আচৰিত নহয় নে? এই বাবেই শঙ্কৰদেৱে তেওঁৰ শেষ বয়সত চৈতন্যৰ প্ৰচাৰিত ধৰ্ম্মৰ বিষয়ে ভালকৈ জানিও আৰু মহাপ্ৰভাৱেৰে সি চাৰিউ ফালে প্ৰচাৰিত হোৱা দেখিও তাৰ প্ৰতি অলপো আকৃষ্ট নহৈছিল। তেওঁ কবীৰ, ৰামানন্দ, ৰূপ সনাতন আদিৰ দ্বাৰাই প্ৰচাৰিত বৈষ্ণৱধৰ্ম্ম কৃষ্ণভক্তি কৃষ্ণপ্ৰেম আদিৰ প্ৰতি বৰং শ্ৰদ্ধাবান হোৱা দেখা যায়, তথাপি চৈতন্যৰ প্ৰতি নহয়। বৰং অনেক সময়ত তেওঁ বৰপেটা পাটবাউসী আদি ঠাইত থাকোঁতে চৈতন্যপন্থীয়া লোকক বা চৈতন্য পন্থীয়া ধৰ্ম্মত শৰণ লবলৈ যোৱা লোকক সেই পথ এৰুৱাই নিজৰ প্ৰচাৰিত ধৰ্ম্মমতে শৰণ দিয়া দেখা যায়। চৈতন্যৰ প্ৰতি শঙ্কৰৰ অনুৰাগ নথকাৰ আৰু এটা কাৰণ, চৈতন্যৰ সন্ন্যাস গ্ৰহণ।

শঙ্কৰ কলিত সন্ন্যাস আশ্ৰমৰ বিপক্ষ আছিল। শঙ্কৰ আদৰ্শ গৃহস্থ, ভক্ত বৈষ্ণৱ। গৃহস্থই গৃহকাৰ্য্যৰ সকলো কৰ্ত্তব্য সাধন কৰি, সকলো দায়িত্ব গাত ৰাখিও ঈশ্বৰৰ নাম কীৰ্ত্তন কৰি শুদ্ধ সত্বৰূপে থাকি ধৰ্ম্মানুষ্ঠান কৰি থকাটো তেওঁ শ্ৰেয়ঃ বুলি জ্ঞান কৰিছিল। জনক তেওঁৰ আৰ্হি আছিল, শঙ্কৰাচাৰ্য্য নহয়। তেওঁৰ মতে বৈষ্ণৱ হবলৈ সন্ন্যাসী হবৰ কোনো প্ৰযোজন নাই তেওঁৰ তেনেকুৱা মত থকাৰ নিমিত্তে হে কণ্ঠভূষণে বাৰাণসীৰ পৰা যেতিয়া সংস্কৃত ৰত্নাৱলী পুথি আনি তেওঁক দিয়ে, তাৰ গ্ৰন্থকাৰ বিষ্ণুপুৰী সন্ন্যাসী বুলি শুনি তেওঁ প্ৰথমতে সেই পুথিৰ ওপৰত শ্ৰদ্ধা প্ৰকাশ কৰা নাছিল, পিছত কণ্ঠভূষণৰ অনুৰোধত পুথিখন আগৰপৰা গুৰিলৈকে পঢ়িহে তেওঁ তাৰ গুণত মুগ্ধ হৈ পুথিখন মূৰত লৈ আনন্দত নাচিবলৈ ধৰিলে।—"ৰত্নাৱলী গ্ৰন্থ বাৰাণসী হন্তে আনি। শঙ্কৰদেৱক দিয়া বুলিলন্ত বাণী॥ বিষ্ণুপুৰী নামে এক সন্ন্যাসী আছিল। ইতো গ্ৰন্থখান বাপু তেহোঁ বিৰচিল॥ * * * শুনিয়া শঙ্কৰদেৱে হেলা কৰিলন্ত। সন্ন্যাসীৰ কৃত জ্ঞান কৰ্ম্ম কহিলন্ত॥ কিবা কাম ইহাত বা আছয় আমাৰ। * * * পাছে একশৰণ শঙ্কৰে দেখিলন্ত॥ কিনো মহা দিব্য গ্ৰন্থ মানিয়া মনত। উঠিলন্ত গ্ৰন্থখান ধৰিয়া শিৰত। নাচন্ত হৰিষে আতি মনে মহা ৰঙ্গ। বোলন্ত জানিবা বিষ্ণুপুৰী মোৰ সঙ্গ॥' —দৈত্যাৰি। শঙ্কৰদেৱে "একাদশত" লেখিছে,—কৃষ্ণই অৰ্জ্জুনক গীতাত কৈছে, "তপ জপ সন্ন্যাস পৰম মহাদানে। নপাৱে আমাক সখি যোগ মহাজ্ঞানে।" কৃষ্ণই উদ্ধৱক কৈছে, 'নপাৱে আমাক একাদশী উপবাসে। নকৰয় বশ্য মোক পৰম সন্ন্যাসে॥"

মহাপুৰুষীয়া ধৰ্ম্ম আৰু চৈতন্যপন্থীয়া ধৰ্ম্মত শৰণ বা দীক্ষাৰ প্ৰণালীতও অনেক প্ৰভেদ আছে, যিবোৰৰ বিষয়ে ইহাত কৈ আমি মহাপুৰুষীয়া আৰু চৈতন্যপন্থীয়া লোকৰ মন ক্ষুণ্ণ কৰিব নোখোজোঁ; কাৰণ সেইবোৰ গোপনীয় কথা। মুঠতে কওঁ চৈতন্যৰ দীক্ষাত যোল নাম, শঙ্কৰৰ শৰণত চাৰি নাম। শঙ্কৰদেৱে ভাটীত থাকোঁতে অনেক চৈতন্যপন্থীয়া যোলনামৰ দীক্ষা লোৱা লোকক সেই পথ এৰুৱাই শৰণ দি মহাপুৰুষীয়া কৰিছিল।

চৈতন্যদেৱৰ ধৰ্ম্মপ্ৰচাৰত কৃষ্ণপ্ৰেমত উন্মত্ততা, কৃষ্ণভাবত আৰু ৰাধিকাৰ ভাবত বিভোৰতা, নাচি নাচি সংকীৰ্ত্তন, ভাবত মাটিত বাগৰি বাগৰি ফুৰা, লেটি লোৱা ভাববিহ্বলতাৰ আধিক্যত মূৰ্চ্ছা, অজ্ঞানতা, ইত্যাদি। শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰত ভাবপ্ৰবণতা গাম্ভীৰ্য্যৰে সৈতে মিহলি, সঙ্কীৰ্ত্তনত প্ৰেমৰ আবেগ আছে, কিন্তু উচ্ছৃঙ্খলতা নাই, সি নিয়মিত, সুগঠিত আৰু সুশৃঙ্খলিত। চৈতন্যই কৃষ্ণনাম শুনিলেই বিহ্বল বাতুল হয়, সঙ্কীৰ্ত্তন কৰি কৰি প্ৰলাপ বকে, আৰু শেহত তেওঁ অজ্ঞান অৱস্থা প্ৰাপ্ত হয়। শঙ্কৰদেৱে কৃষ্ণনাম শুনি ভক্তিত গদগদ হয়, গভীৰ ভাবত নিমগন হৈ স্তুতি, প্ৰাৰ্থনা, অনুতাপ কৰি নিজক ধন্য মানে। চৈতন্যও কৃষ্ণপ্ৰেমিক, শঙ্কৰও কৃষ্ণপ্ৰেমিক; কিন্তু চৈতন্যৰ প্ৰেমত চঞ্চলতা, শঙ্কৰৰ প্ৰেমত ধীৰতা; চৈতন্যৰ প্ৰেমত ধুমুহা-বতাহ আৰু প্ৰবল ঢৌৰ হেন্দোলনি, শঙ্কৰৰ প্ৰেমত প্ৰশান্ততা আৰু সুগভীৰ স্থিৰতা। চৈতন্যদেৱে জগন্নাথৰ ৰথৰ আগত সঙ্কীৰ্ত্তন কৰোঁতে কৰোঁতে—'উদ্দণ্ড নৃত্যে প্ৰভু কৰিয়া হুঙ্কাৰ। চক্ৰভ্ৰমি ভ্ৰমে যৈছে অলাত আকাৰ॥ স্তম্ভ স্বেদ পুলকাশ্ৰু কম্প বৈবৰ্ণ।

নানা ভাবে বিবশতা ভক্ত হর্ষ দৈন্য ॥ আছাড় খাইয়া পড়ি ভূমে গড়ি যায। সুবর্ণ পর্ব্বত যেন ভূমেতে লোটায় ॥ কভু স্তম্ভ কভু প্রভু ভূমেতে পড়য। শুষ্ক কাষ্ঠ সম হস্ত পদ নাচলয় ॥ কভু ভূমি পড়ে কভু হয শ্বাসহীন। যাহা দেখি ভক্তগণের হয প্রাণ ক্ষীণ ॥ কভু নেত্রে নাসাজল মুখে পড়ে ফেন। অশ্রু ধারা চন্দ্রবিম্বে বহে যেন ॥” এনেকুৱা অৱস্থা সংকীৰ্ত্তনত চৈতন্যদেৱৰ সদায় শঙ্কৰদেৱৰ সঙ্কীৰ্ত্তন প্ৰগাঢ় ভক্তিপূৰ্ণ অথচ উদ্দাম নহয় এবাৰ কি হুবাৰ তেওঁৰ সঙ্কীৰ্ত্তনত তেওঁৰ ভকতসকলৰ ভিতৰত অন্য এজনৰ অতিৰিক্ত ভাবপ্ৰবণতাত ক্ষণৰ নিমিত্তে জ্ঞানশূন্য হোৱা দেখা গৈছিল, কিন্তু তেওঁৰ নহয়। যেনে,—“দিনেক শঙ্কৰদেৱ সভাত আছন্ত। মহাৰঙ্গে ৰামদাস কীৰ্ত্তন কৰন্ত ॥ অমৃত বৰিষে যেন শুনিয়া লোকৰ। প্ৰহ্লাদচৰিত্ৰ পদ ঘোষা কীৰ্ত্তনৰ ॥ আনন্দৰ সীমা নাই প্ৰেম উপজিল। কীৰ্ত্তন সুখত মন সবাৰো মজিল ॥ ঘনে ঘনে আনন্দে কৰয হৰিধ্বনি। মাজৰিশা সভা মাজে জ্বালিল অগনি। দপদপ কৰি অগ্নি জলন্তে আছয়। ৰামদাস আতৈ প্ৰেমযুক্ত আতিশয় ॥ শৰীৰত নাহি অনুসন্ধান তাহান। মুখে গান্ত কীৰ্ত্তন কৰন্ত মনে ধ্যান ॥ যেন পহ্লাদক হস্তীদন্তে ভিড়িলেক। জলে বুৰাইলেক যেন সৰ্পে দংশিলেক ॥ যেন মতে তাঙ্ক গাঁত খানি পুতিলেক। আৰো যেন মতে বিষ পান কৰাইলেক ॥ হাতে গলে বান্ধি অগনিত পেলাইলেক। কীৰ্ত্তন কৰন্তে এহি প্ৰস্তাৱে প্ৰত্যেক ॥ প্ৰেমে পৰাশিছে নাহি গাৱত চেতন। অগনিত গৈয়া পৰিলেক তেতিক্ষণ ॥ তাতে পাৰি আনন্দতে পদক বোলন্ত। সমস্ত সমাজে হৰি হৰি উচ্চৰন্ত ॥

ধৰ্ঁা ধৰ্ঁা কৰন্ত শঙ্কৰদেৱে চাই। মাধৱে মন্দিৰা থৈলা হাতৰ খসাই॥ ভালেখিনি ভৈল অগনিত পৰিছন্ত। কতোক্ষণে মাধৱে ধৰিযা তুলিলন্ত॥” আৰু এদিন,- “আনন্দে শঙ্কৰদেৱ থাকন্ত সাক্ষাত। মিলে জানা আনন্দ অপৰিমিত তাত॥ প্ৰেমানন্দ সাগৰত মজি থাকৈ লোক। একদিন যেন ভৈল তাক শুনিয়োক॥ কংসবধ ঘোষা ৰামৰাম গুৰু গান্ত। সেহি সময়ত প্ৰেম উপজিল তান্ত॥ অম্বষ্ঠ সহিতে কুবলয় হাতী মাৰি॥ ভৈলা ৰঙ্গশালাত প্ৰবেশ ৰাম হৰি॥ কান্ধত হস্তীৰ দান্ত শিশুগণ সঙ্গে। ওহি পদ ৰামৰাম গুৰু গান্ত ৰঙ্গে॥ সমস্ত লোকক প্ৰেম পৰশি আছয়। তান গাৱে চেতন গিয়ান নাহিকয়॥ প্ৰেমানন্দ সমুদ্ৰত মজিল সমুলি। কান্ধত লৈলন্ত এক গোট স্তম্ভ তুলি॥ স্বভাৱে বহিবে দুই মুনিষে পাৰয়। আৰো গোৰ পুতি ঘৰে লগায়া আছয়॥ এক ঠেলা মাৰি তাক দুই হাতে ধৰি। কৌতুকে কান্ধত লৈয়া যান্ত লীলা কৰি॥ যেন হস্তী দান্ত কান্ধে লৈয়া ৰাম হৰি। ৰঙ্গশালা ৰঙ্গশালা প্ৰবেশ ভৈলন্ত লীলা কৰি॥ সেহিমতে ৰামৰাম গুৰু চলি যান্ত। সব লোক ভয় জ্ঞানো গাৱত পেহ্লান্ত॥ আথেবেথে মাধৱদেৱে গৈ ধৰিলন্ত। কান্ধৰ নমায়া কতো দূৰত থৈলন্ত॥”
—দৈত্যাৰি।

দুইৰো ধৰ্ম্মৰ এই বিভিন্নতাৰ মানে,—শঙ্কৰদেৱ স্বভাৱতে ধীৰ আৰু গম্ভীৰ; চৈতন্যদেৱ স্বভাৱতে চঞ্চল আৰু **Excitable** অৰ্থাৎ অলপতে উত্তেজিত হৈ উঠা স্বভাৱৰ। কাৰণ, চেঙেলীয়া ডেকা অস্থিৰ চঞ্চল নিমায়েই তো আদহীয়া চৈতন্যদেৱ। শঙ্কৰদেৱ

মাধৱদেৱে বৰ্ণোৱাৰ নিচিনা—সদায় "গহীন গম্ভীৰ ধীৰ ধীৰমতি।" এই কথাৰপৰা কোনেও যেন নাভাবে, শঙ্কৰৰ কৃষ্ণপ্ৰেম কম আৰু চৈতন্যৰ বেছি। ও'ৰত কৈ আহিছোঁ যে শঙ্কৰৰ প্ৰেম সুশৃঙ্খল, চৈতন্যৰ প্ৰেম উচ্ছৃঙ্খল। দুইজনৰ স্বভাৱ অনুসৰি এই প্ৰভেদ। আৰু এটা কথা, শঙ্কৰ অসমীয়া, চৈতন্য বঙ্গালী। অসমীয়াৰ চানেকী শঙ্কৰ, বঙ্গালীৰ চানেকী চৈতন্য অসমীয়া জাতি স্বভাৱতে "চেন্টিমেণ্টল" (**Sentimental** অৰ্থাৎ অতিৰিক্ত ভাৱপ্ৰৱণ নহয় আৰু (**excitable**) উত্তেজনীয় নহ , অসমীয়া "ৰিজৰ্ভ" (**reserve**) অৰ্থাৎ সংযত, বঙ্গালীজাতি স্বভাৱতে উত্তেজনীয় আৰু অতিৰিক্ত ভাৱপ্ৰৱণ। অলপতে বঙ্গালীৰ চকুৰপৰা পানী ওলায, অলপতে তেওঁ কৃতজ্ঞ হয়, অলপতে নচানচি কৰে, অলপতে হওত উতলে, প্ৰমত গদ গদ হয়, ঘৃণাত জৰ্জ্জৰিত হয়, আত্মসংযম পাহৰি যায়। যি বস্তু বেগেতে তপত হয়, সেই বস্তু বেগেতে চেঁচাও হয়। সেইদেখি এষাৰ মিঠা মাতত, এটা মৰমৰ কাৰ্য্যতেই বঙ্গালী পমি পানী হয। ভাৱপ্ৰৱণ (**Sentimental**) মানুহৰ স্বভাৱেই এনে। বঙ্গালীজাতিৰ স্বভাৱ বঙ্গালীৰ প্ৰতিনিধি বঙ্গালী ধৰ্ম্মপ্ৰচাৰক চৈতন্য দেৱৰ গাত যে সম্পূৰ্ণৰূপে থাকিব আৰু তেওঁৰ প্ৰচাৰিত ধৰ্ম্মত তাৰ আতিশয্য প্ৰকাশ পাব তাত আশ্চৰ্য্য কি? চৈতন্যদেৱৰ প্ৰতি শঙ্কৰদেৱ আকৃষ্ট নোহোৱাৰ ইও এটা ঘাই কাৰণ। চৈতন্যৰ ধৰ্ম্মপ্ৰচাৰত অতিৰিক্ত ভাৱপ্ৰৱণতা, অসংযত আৰু "অনপ্ৰেক্‌টিকেল" অৰ্থাৎ কল্পনাভুয়িষ্ঠ, কিন্তু ফলোপধায়ক নোহোৱা কাৰ্য্য, দেশ কাল পাত্ৰৰ প্ৰতি তাকৰ দৃষ্টি, অদূৰদৰ্শিতা, ইত্যাদিয়ে

শঙ্কৰদেৱক তাৰপৰা আঁতৰাই থৈছিল; কাৰণ, তেনেকুৱা অতিৰিক্ত ভাবপ্ৰৱণতা, উন্মত্ততা, বিহ্বলত শঙ্কৰদেৱৰ স্বভাৱৰ বিৰুদ্ধ। ভাগৱতী বৈষ্ণৱধৰ্ম্ম সৰ্ব্বসাধাৰণৰ ভিতৰত প্ৰচাৰ কৰি তাক স্থায়ী কৰিবৰ নিমিত্তে তেনে প্ৰণালী আৱশ্যক বুলি শঙ্কৰদেৱে নাভাবিছিল।

শঙ্কৰদেৱে সদাচাৰ সুনীতি ধৰ্ম্মৰ প্ৰধান অঙ্গ কৰি ৰাখিছিল। মুঠতে ঈশ্বৰত অচলা ভক্তি, নিজৰ জীৱনত পবিত্ৰতা, সদাচাৰ আৰু সংযম, পৰৰে সৈতে ব্যৱহাৰত সত্যপৰায়ণতা, এইবোৰেৰে তেওঁ তেওঁৰ শিষ্য হৰিভকতৰ জীৱন গঠন কৰিছিল। সামাজিক ৰীতি নীতি ৰক্ষা কৰি চলিও তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম পালন কৰিবলৈ তেওঁ শিষ্যসকলক সুবিধা দিছিল। তেওঁ বুজিছিল যে তেওঁৰ শিষ্যসকল সমাজত প্ৰচলিত ৰীতি নীতিৰপৰা একেবাৰে বিছিন্ন হলে সমাজৰপৰা এৰাই থৰি দুৰ্ব্বল হব, সেইদেখি যদিও তেওঁ প্ৰতিমা পূজা কৰা, তীৰ্থকৰা, শ্ৰাদ্ধ কৰা আদি কাৰ্য্য অসাৰ বিবেচনা কৰিছিল, তথাপি সেইবোৰ উপস্থিত সমাজ-বান্ধনীৰ অঙ্গপ্ৰত্যঙ্গ দেখি তেওঁ একেবাৰেই দলিয়াই নেপেলাইছিল। "তীৰ্থ বুলি কৰে জলত শুদ্ধি। প্ৰতিমাত কৰে দেৱতা বুদ্ধি। বৈষ্ণৱত নাই ইসব মতি। গৰুতো অধম কৃষ্ণ বদতি॥" কীৰ্ত্তন। মাধৱৰ বৈনায়েক গয়াপাণিয়ে (পিছত নাম—ৰামদাস) তীৰ্থলৈ যাবলৈ বৰ ইচ্ছা কৰি আছিল; এনেতে তেওঁ শঙ্কৰদেৱক লগ পালে। শঙ্কৰদেৱে "তত্ৰৈব গঙ্গা যমুনাচ তত্ৰ গোদাবৰী সিন্ধু সৰস্বতীঞ্চ। সৰ্ব্বানি তীৰ্থানি বসন্তি তত্ৰ যত্ৰাচ্যুতোদাৰ কথা প্ৰসঙ্গ॥" শ্লোক পঢ়ি তাৰ অৰ্থ কৰি গয়াপাণিৰ মনৰপৰা তীৰ্থ

কৰিবলৈ যোৱা সঙ্কল্প একৰাই তেওঁক বৈষ্ণৱধৰ্ম্মত শৰণ দিলে,—"সমস্তে তীৰ্থৰ আশা এৰি সেতিক্ষণে। কৃষ্ণৰ অভয় পদে পশিল শৰণে॥ শঙ্কৰদেৱক গুৰু কৰিয়া নিশ্চয়। তান সঙ্গে আনন্দে ৰহিলা মহাশয়॥ গয়াপাণি নাম তান দূৰ কৰিলন্ত। ৰামদাস নাম দেৱ শঙ্কৰে দিলন্ত॥" শঙ্কৰদেৱে দশমত লেখিছে—"যাহাৰ মুখত থাকে হৰি হেন নাম। গঙ্গা গয়া কাশী পুষ্কৰতো নাহি কাম॥" যদিও তীৰ্থ কৰা সম্পৰ্কে শঙ্কৰদেৱৰ তেনেকুৱা মত আছিল, তথাপি যি তীৰ্থ কৰিবলৈ যায় তেওঁক তেওঁ বাধা নিদি-ছিল, বৰং নিজেও দুবাৰ তীৰ্থ কৰিবলৈ গৈছিল; কাৰণ, সেইটো দেশাচাৰ; আৰু তীৰ্থ ভ্ৰমণত যে শিক্ষা আছে সেইটো তেওঁ নিজৰ জীৱনত ভালকৈ উপলব্ধি কৰিছিল। জাতিভেদ প্ৰথাত যদিও তেওঁৰ আস্থা নাছিল, অভকতীয়া * ওখ জাতৰ মানুহতকৈ ভকতীয়া চণ্ডালকো যদিও তেওঁ শ্ৰেষ্ঠ আসন দিছিল † তথাপি বিচক্ষণ

* "জানিবা। ব্ৰাহ্মণ জন্ম, হুইবেক নলাগে তাৰ যিটো কৃষ্ণকথাত ৰসিক। যেতে তেতে হৌক জন্ম সি সি জন সৰ্ব্বোত্তম যাৰ শ্ৰদ্ধা হৰি ভকতিত॥ জাতি কুলাচাৰ ধৰ্ম্মে কোন কাৰ্য্য সাধিবেক, জ্ঞান কোন কাৰ্য্যত শকত। অজ্ঞানী অজাতি পাপী, কৃষ্ণক ভজোক মাত্ৰ, তাৰো হৈবে পৰম মহত॥ .........কৃষ্ণৰ ভকতি আতি নচাৰে আচাৰ জাতি, জগতৰ মহা হিতকৰ। যেন অমৃতক পাইলে, যেই সেই মতে খাইলে, সবে হোবে অজৰ অমৰ॥"—

শঙ্কৰদেৱৰচিত দশম।

† "নচাৰে আচাৰ ধৰ্ম্ম হৰিৰ ভকতি। হেন জানি কৃষ্ণৰ চৰণে দিয়া মতি॥ ব্যাভিচাৰী দুষ্টা যত গোপৰ যুৱতী। তথাপি কৃষ্ণক পাইলে সপ্ৰেম ভকতি॥ ....... শুনিয়ো বৃত্তান্ত অভকত মনুষ্যৰ। বান্ধে গৰু মাংস চণ্ডালিনী সুৰা দিয়া॥

তেওঁ তাত বেচিকৈ হেচা দি ৰজা প্ৰজা সকলোৰে খং-জুই জ্বালাই, তেওঁৰ জীৱনৰ মহাব্ৰত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰৰ বাটত দুৰ্য্যোৰ বিঘিনি জন্মোৱাটো উচিত ভবা নাছিল। প্ৰতিমা-পূজাতো যদিৰ তেওঁ বিশ্বাস নকৰিছিল, তথাপি দেশীয় ৰজাৰ ক্ৰোধ উদ্ৰেক, আৰু বন্ধু বান্ধৱ জ্ঞাতি কুটুম্বসকলৰ আৰু ব্ৰাহ্মণসকলকে আদি কৰি সৰ্ব্বসাধাৰণৰ বিদ্বেষ-বহ্নি উদ্ৰেক নকৰিবলৈ জগন্নাথৰ মূৰ্ত্তি, আৰু তেওঁৰ মতাৱলম্বী আন সত্ৰবোৰতো কৃষ্ণৰ আন আন মূৰ্ত্তি আন্তৰিক অনিচ্ছাস্বত্বেও স্থাপনা কৰি ৰখা হৈছিল। শঙ্কৰদেৱে জানিছিল যে দেশীয় ৰজাৰ আৰু লোকৰ বিদ্বেষ-অনল প্ৰজ্বলিত কৰিলে আৰু দেশ কাল পাত্ৰ বুজি নচলিলে আচল উদ্দেশ্য ঈশ্বৰৰ উপাসনা আৰু ভক্তিমূলক বৈষ্ণৱধৰ্ম্ম প্ৰচাৰত ভয়ানক ব্যাঘাত ঘটিব। সেইদেখি নৰনাৰায়ণ ৰজাৰ সভাত ব্ৰহ্মণসকলে গঙ্গা তুলসী ইত্যাদি তেওঁ নামানে বুলি তেওঁৰ ওপৰত অভিযোগে উপস্থিত কৰিলত তেওঁ নিজৰ মূৰৰ শিখাৰ ভিতৰৰ'ৰা তুলসীৰ নিৰ্ম্মালি উলিয়াই দেখুৱাইছিল আৰু নিজে গঙ্গাস্নান কৰিবলৈ যোৱাৰ কথা কৈ তেওঁলোকৰ কথাৰ খণ্ডন কৰিছিল। বাস্তৱিকতে তেওঁ এবাৰ শ্ৰাদ্ধ, মূৰ্ত্তিপূজা আৰু ব্ৰাহ্মণৰ দ্বাৰাই

মনুষ্যৰ মুণ্ডে আছা তাহাক ঢাকিয়া। পুছিলন্ত ইন্দ্ৰে আতি দেখি বিপৰীত॥ আতো কৰি কোন বস্তু আছে বিপৰীত। চণ্ডালিনী বোলে ইন্দ্ৰ কথা নতু ৰজা॥ হৰি বিনে যিটো কৰে আন দেৱপূজা। তাৰ চৰণৰ ধূলি পৰিবাৰ ডৰে॥ জানি আনি দিলোঁ। আমি ঢাকন ওপৰে। হেন শুনি ইন্দ্ৰে তাইক বচনে সাদৰি॥ ৰথে চৰি লৰি গৈলা আপোন নগৰী॥"—শঙ্কৰদেৱৰ দশম।

প্ৰচাৰিত কৰ্ম্মকাণ্ড একেবাৰেই উঠাই দিবৰ মনেৰে নানাশাস্ত্ৰৰ তত্ত্ব উদ্ধাৰ কৰি এখন শাস্ত্ৰ ৰচনা কৰিছিল, মাধৱদেৱৰ অনুৰোধত হে তেওঁ সেই পুথি নষ্ট কৰিলে।

শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰণালী সুগঠিত আৰু সুশৃঙ্খলিত আৰু ভক্তজীৱনৰ নিয়ম নীতি সদাচাৰেৰে নিয়মিত বুলি আমি ওপৰত কৈছোঁ তেওঁ গুৰিৰেপৰা নামঘৰ, মণিকূট আৰু ভকতৰ হাটী সজাই সত্ৰ-সভা পাতি তিনি-প্ৰসঙ্গৰ নিয়ম বান্ধি দি ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তেওঁ উজনি ভাটী যলৈকে গৈছিল, যতে আছিল, ততে এই নিয়মৰ কটকটীয়া বান্ধেৰে কাৰ্য্য কৰিছিল। ভকতসকলৰ ভিতৰত কাৰো, তেওঁ বান্ধি দিয়া নিয়ম আৰু ধৰ্ম্ম প্ৰণালীৰ অলপ লৰচৰ দেখিলে সেইজনক তেওঁ কঠোৰ শাসনলৈ আনিছিল গুণী ব্যাসকলাই শঙ্কৰদেৱৰে সৈতে গুৰিৰেপৰা থাকি তেওঁৰ ধৰ্ম্ম আশ্ৰয় কৰি আছিল, আৰু শঙ্কৰদেৱৰ প্ৰিয়পাত্ৰ আছিল; কিন্তু এবাৰ তেওঁ শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্মৰপৰা অলপ ভৰিপিছলি পৰি নৰীয়া পুতেকৰ অৰ্থে শিৱৰ মন্দিৰত পূজা দিয়াত শঙ্কৰদেৱে তেওঁক একেবাৰেই পৰিত্যাগ কৰিলে। দ্বিতীয়বাৰ শঙ্কৰদেৱে তীৰ্থ কৰিবলৈ যাবলৈ ওলাওঁতে এজন ভকতৰ হাতত এটকা ৰূপ থাকিও, শঙ্কৰদেৱে "তীৰ্থৰ খৰচৰ বাবে জানো তোমাৰ হাতত ধন আছে?" বুলি শোধাত তেওঁ নাই বুলি কলত শঙ্কৰদেৱে সেই কথা বিশ্বাস কৰি তেওঁক নিজৰ খৰচত খুৱাই লৈ যাবলৈ স্বীকাৰ কৰি লগত লৈ গৈছিল; পিছত শঙ্কৰদেৱে ভকতজনৰ হাতত ৰূপ এটকি থকা জানি, আগেয়ে তেওঁ মিছা কথা কৈছিল, এই অপৰাধত, তেওঁৰে সৈতে প্ৰায় এমাহ কথা নোকোৱাকৈ

আছিল ; পিছত ভকতজনৰ হৈ আনে অনেক কাকূতি মিনতি কৰি ক্ষমা প্ৰাৰ্থনা কৰিলত হে শঙ্কৰে তেওঁৰ দোষ ক্ষমা কৰিছিল। এনেকুৱা অনেক উদাহৰণ আছে। শঙ্কৰদেৱৰ ধৰ্ম্মৰ এনেবোৰ কট্‌কটীয়া বান্ধ, আৰু সি সুগঠিত দেখি মহাপুৰুষীয়া ধৰ্ম্ম আজি-লৈকে আসামত সতেজ সবল হৈ আছে, তাৰ কোনো বিশেষ অৱনতি ঘটা নাই। চৈতন্যৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰণালীত সত্ৰ সভা পাতি সদাচাৰৰ কট্‌কটীয়া নিয়ম প্ৰচলিত নাই দেখি তেওঁৰ পিছৰেপৰাই তাৰ লাহে লাহে অবনতি ঘটি সি ঘাইকৈ "নেড়া নেড়ীৰ দলৰ" আৰু জাত হেৰুৱা "বোষ্টম" ইতৰ লোকৰ ধৰ্ম্ম হৈ পৰিল। চৈতন্য নিজৰ ভাবতে বিভোৰ ; তেওঁ কল্পনাত কৃষ্ণসঙ্গজনিত প্ৰেম-সুখৰ সোৱাদ লৈয়েই আৰু লোকৰ আৰু শিষ্যৰ মুখত কৃষ্ণনাম শুনিয়েই সময় কটাইছিল ; ভৱিষ্যতৰ চিন্তা অৰ্থাৎ ভবিষ্যতত তেওঁৰ ধৰ্ম্ম আৰু সম্প্ৰদায় টি কৰব চিন্তাই তেওঁৰ মন অধিকাৰ নকৰিছিল। সেইদেখি তেওঁ প্ৰচাৰ কৰা ধৰ্ম্মৰ এনে দুৰ্দ্দশা। ধৰ্ম্মপ্ৰচাৰক শঙ্কৰদেৱ "ৰিফৰ্মৰ" (**Reformer**) ধৰ্ম্মসংস্কাৰক কিন্তু "প্ৰেকটি-কেল ৰিফৰ্ম্মৰ" (**Practical reformer**, অৰ্থাৎ দেশ কাল পাত্ৰ আৰু ভৱিষ্যত ভাবি চলা ধৰ্ম্মসংস্কাৰক ধৰ্ম্মপ্ৰচাৰক চৈতন্যদেৱ "ৰিফৰ্ম্মকৰ" কিন্তু 'অনপ্ৰেকটিকেল" অৰ্থাৎ ওপৰত কোৱাটোৰ ওলোটো ; আৰু ঘাইকৈ তেওঁ "ড্ৰিমৰ" (**dreamer**) অৰ্থাৎ ভাবাবেশৰপৰা হোৱা সপোনত কাল কটোৱা লোক আছিল। উন্মাদ বাতুল নিজেহে উন্মাদ বাতুল হয়, তেওঁ লোকক উন্মাদ বাতুল কৰিব নোৱাৰে ; আৰু কৰিলেও লোকৰ সেই বাতুলতা চিৰস্থায়ী নহয়। কৃষ্ণপ্ৰেমত উন্মাদ বাতুল চৈতন্যদেৱৰ ধৰ্ম্ম-

বিহ্বলতাত বাতুলতাৰ আধিক্য, সেইধাবে তেওঁৰ লগে লগে সেই ধৰ্ম্মবিহ্বলতাৰ শাহ গৈ তেওঁৰ পিছত তাৰ বাহচো মাথোন ৰ'ল, সেইদেখি চৈতন্য প্ৰচাৰিত ধৰ্ম্মৰ আজি এনে দুৰ্গতি দূৰদৰ্শী জ্ঞানী শঙ্কৰদেৱে তেওঁৰ জীৱদ্দশাতে চৈতন্যৰ ধৰ্ম্মৰ এই দোষ (**defect**) ভালকৈ বুজিব পাৰিছিল, সেইদেখি তাৰ প্ৰতি অলপো তেওঁ আকৃষ্ট নহৈছিল। শঙ্কৰদেৱে নিজ কীৰ্ত্তন দশম আদি অনেক ধৰ্ম্মশাস্ত্ৰ ৰচনা কৰি তেওঁৰ ধৰ্ম্মৰ সুন্দৰ সুদৃঢ় আকৃতি গঠন কৰি দি গ'ল। চৈতন্যদেৱে তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম বিবৃত কৰি এখন পুথি লেখা নাছিল যি তেওঁৰ ধৰ্ম্মমত সুদৃঢ় কৰি ৰাখে। তেওঁৰ পিছত তেওঁৰ শিষ্য সকলে হে তেওঁৰ ধৰ্ম্ম ব্যাখ্যা কৰিছে। নিজে নিজৰ মত আৰু বিশ্বাসৰ কথা লেখা এক, লোকে লেখা এক। চৈতন্যই তেওঁৰ জীৱনত মাথোন এখন গ্ৰন্থ ৰচনা কৰিছিল, সিও তেওঁৰ জীৱনৰ আগ ছোৱাত অৰ্থাৎ নিমাই অধ্যাপক অবস্থাত, আৰু, সিও গীতাৰ টীকা, আৰু সংস্কৃতত। শঙ্কৰদেৱে ভূৰি ভূৰি অমূল্য গ্ৰন্থ ৰচনা কৰি অসমক ওখ ঠাপৰ ধৰ্ম্ম দিলে, অতুল সাহিত্য দিলে, নিৰ্ম্মল চৰিত্ৰ দিলে, সাধু আচাৰ ব্যৱহাৰ দিলে ; অসমীয়াক গীত দিলে, বাজনা দিলে, নাট দিলে, ভাৱনা দিলে, মহৎ আদৰ্শ দিলে ; মুঠতে অসমক সকলোপিনে ধনী কৰিলে। এইজন পুৰুষে আসামক যি দিলে তাৰ ধাৰ আসামে কেতিয়াও শুজিব নোৱাৰে। এইজন পুৰুষে অসমীয়াক যি দি গ'ল, যি উপকাৰ কৰি গল, তাৰ তুলনা পৃথিবীৰ কোনো দেশতে নাই। এইজন পুৰুষক অসমীয়াই মহা-পুৰুষ বুলি এক ধনিষ্টামানো অতিৰঞ্জন কৰা নাই। ভাই অসমীয়া ! তুমি মহাপুৰুষ শঙ্কৰদেৱক পাই ধন্য হৈছা। তোমাৰ অনেক কালৰ

পুণ্যৰ ফলত তুমি শঙ্কৰৰত্ন লাভ কৰিছা ; চাবাঁ যেন তুমি এই মাণিকক কাঁচৰ মোলত নেবেচা !

চৈতন্যৰ ধৰ্ম্মৰ শীঘ্ৰে অৱনতিৰ আৰু এটা কাৰণ, তেওঁ সেই ধৰ্ম্ম অতি সস্তা কৰিছিল। দুই হাত মেলি তেওঁ যাকে তাকে ধৰ্ম্ম বিলাইছিল, তেহেলৈ সেইজনৰ মনত সেই ধৰ্মৰ প্ৰতি আস্থা থাকক বা নাথাকক। ফলত, তাৰ মূল্য কমি গৈছিল। "বিনা-মূল্যে বিতৰণ" কৰা বস্তু সোনকালে অধোগতি প্ৰাপ্ত হয়। বহু মূলীয়া বস্তুকো এনেই বিলাই দিলে সি পাওঁতাজনৰ শ্ৰদ্ধা আকৰ্ষণ নকৰে। খৃষ্টধৰ্ম্ম প্ৰচাৰকসকলে চাৰি-আলিৰ মুৰত বিলোৱা বাই-বোল কিতাপ আৰু উপদেশ এশজনৰ ভিতৰত এজনেও পঢে আৰু শ্ৰদ্ধা কৰি শুনে বুলি আমাৰ বিশ্বাস নহয়। "মাৰিলে মাৰিলে কলসীৰ কাণা, তা বলিয়ে কি প্ৰেম দিব না " এই বুলি চৈতন্য-দেৱে জগাই মাধাইক প্ৰেম দিয়াটো অতি ওখ থাপৰ উদাৰতা আৰু প্ৰেম যে তাৰ ভূল নাই ; কিন্তু তাৰ আৰু এটা পিঠি আছে, যত, "এনে ধৰ্ম্ম এনে প্ৰেম, এই বিষয়-বিষে জৰ্জ্জৰিত **matter-of-fact** সংসাৰত নিৰ্ম্মলভাৱে সৰহ দিন নিটিকে," এই বুলি অস্পষ্ট আখৰেৰে লেখা আছে। শঙ্কৰদেৱে যদিও সকলোৰে মাজত তেওঁৰ ধৰ্ম্ম প্ৰচাৰ কৰিছিল, আৰু সকলোৱে তাক ঢুকি পোৱা, বুজিপোৱা কৰিছিল, তথাপি তাক অতি সস্তা নকৰিছিল ; নিয়ম-কানোণ সদাচাৰ সাধুজীৱনৰ বান্ধেৰে তাক ভালকৈ বান্ধি হে তেওঁ বিলাই-ছিল। আৰু যত তাৰ আগ্ৰহ নাই, যত তাৰ মোল বুজিবপৰা ক্ষমতা নাই তেনে অথলত তাক তেওঁ কেতিয়াও নেপেলাইছিল। চৈতন্যদেৱে সাৰোগত কৰি লোৱা উদাৰ দানৰ ভাব যে তেওঁৰ